পুৰুষোত্তম গজপতি
ৰচিত

# দীপিকা ছন্দ।

প্ৰকাশক

ধলৰসত্ৰ পুথি ভঁৰাল
ধলৰসত্ৰ, যোৰহাট।

১৯৫৬

মূল্য পাচ সিকি মাত্ৰ।

# পাতনি

দীপিকা ছন্দ খনি অতি অনুপম গ্ৰন্থ। ভকত সকলে ইয়াক বৰ আদৰেৰে ৰাখে। এই পুথি খনি বহুত দিনৰ আগতে ছাপা হৈছিল। মাজতে অনেক দিন ছাপা নাছিল, কিন্তু অনেক ঠাইৰ পৰা এই পুথি বিচাৰি চিঠি-পত্ৰ আহি থকাত আৰু বিশেষকৈ নগাঁৱৰ শ্ৰীৰমাকান্ত মুক্তিয়াৰ আতৈ আৰু গোলাঘাটৰ শ্ৰীসোণাৰাম চুতীয়া দেৱৰ অনুৰোধত পুথিখনি ছাপাই উলিওৱা হল।

পুৰণা ছাপা পুথিৰ বাজে হাতে লিখা পুথি নোপোৱাত ছাপা পুথিখনি যি দৰে আছিল সেই দৰেই ৰখা হল। সূচীপত্ৰ খনিত দ্বিতীয় অধ্যায়ত আৰু কেইটামান কলাৰ নাম দিয়া হৈছে। পুথিখনি পঢ়িলে এই কলা কেইটিৰ কথা বুজিব পাৰি কিন্তু ছাপা পুথিত এই কলা কেইটিৰ নাম নথকাত ভিতৰত শিৰনামা হিছাবে দিয়া নহল। গ্ৰন্থাৰম্ভ আৰু গ্ৰন্থ সমাপ্তি শিতান দুটিও আমিহে লগাই দিয়া। প্ৰথম অধ্যায়ত কলাৰ ভাগ পুথিতে থকা—দ্বিতীয় অধ্যায়ত তেনে ভাগ নাই।

আশা কৰো সুধী সমাজে কিবা দোষাদোষ দেখিলে আমাক আঙুলিয়াই দিব—যাতে পাছৰ তাঙৰণত আমি শুধৰাই দিব পাৰো। পুৰণি পুথি কাৰোবাৰ হাতত থাকিলে অনুগ্ৰহ কৰি মিলাই চাব খোজো।

এই পুথিখনি শ্ৰীশ্ৰীশঙ্কৰদেৱৰ বহু পূৰ্ব্বৰ আৰু আমাৰ পুৰণা পুথিবিলাকৰ ভিতৰত প্ৰথম শাৰীতে স্থান



পাবৰ যোগ্য। এই খনি পুথি প্ৰায় এঘাৰশ বছৰৰ আগতে লিখিত বুলি কোনো কোনোৱে কয়।

পুৰণা পুথি বিলাকৰ আদৰ ৰাইজৰ মাজত বঢ়াটো অতি আনন্দৰ কথা। আমাৰ ধলৰ সত্ৰ পুথি ভঁৰালে আজি আঠৈকুৰি বছৰ ধৰি নানা আপদ বিঘিণি আৰু আলৈ আহু-কালৰ মাজেদি এনে পুৰণা পুথি প্ৰকাশ কৰি সাহিত্য ক্ষেত্ৰলৈ অৰ্ঘ্য নিবেদন দি আহিছে। এই খিনিতে এনে এটি অনুষ্ঠানক মৰমৰ চকুৰে চাবলৈ গোহাৰি জনাই থলো।

"অল্পমিতি বিস্তৰেণ।"

শ্ৰীনৰনাথ গোস্বামী

ধলৰসত্ৰ

২৩।৭।৫৬

# দীপিকা ছন্দ

## সূচীপত্ৰ

### প্ৰথম অধ্যায়





### ২য় অধ্যায়

# দীপিকা-ছন্দ ।

## প্ৰথম অধ্যায় ।

### শ্লোক

নাৰায়ণং নমস্কৃত্য নৰঞ্চৈৱ নৰোত্তমং ।
দেৱীং সৰস্বতীঞ্চৈৱ ততো জয়মুদীৰয়েৎ ॥

### পদ

জয় নমো হৰি হৰ শিৱ নিৰঞ্জন ।
পালন সংহাৰ আদি দেৱ সনাতন ॥ ১
ব্ৰহ্মময় মূৰ্ত্তি যাৰ ক্ষয় ব্যয় নাই ।
হেন সদাশিৱ পায়ে প্ৰণামো সদায় ॥ ২
ব্ৰহ্মাৰূপে স্ৰজা পালা বিষ্ণুৰূপ ধৰি ।
ৰুদ্ৰৰূপে নিয়া প্ৰভু জগত সংহৰি ॥ ৩

হেন মহেশ্বৰৰ চৰণ হৃদি ধৰি ।
গুৰুৰ কৃপাক মনে পৰম সাদৰি ॥ ৪
ৰচিবো দীপিকা ছন্দ নামে গ্ৰন্থ পদ ।
দিগপতি সবাৰো চৰিত্ৰ বিদগদ ॥ ৫
শিৱ ৰহস্যত হৰে জায়াত কহন্ত ।
গৌৰীয়ে পুছন্তে যেন কহিয়া আছন্ত ॥ ৬
আৰু হংস কাকিত কহিছা নাৰায়ণে ।
মহা পুৰাণতো কৈলা শূক মহাজনে ॥ ৭
জামল সংহিতা হৰে গৌৰীৰ আগত ।
কহিয়া আছন্ত ৰাজনীতি যেন মত ॥ ৮
তাকে কিছু বৰ্ণাইবাক মোৰ ভৈল মতি ।
পুৰুষোত্তম মোৰ নাম গজপতি ॥ ৯
অগাধ সাগৰ ইটো কথা শ্ৰেষ্ঠতৰ ।
তথাপি আমাৰ আশা মিলিল ডাঙ্গৰ ॥ ১০
যেন মতে নৃপ সবে পৃথিবী পালিবে ।
সত্য ন্যায় ৰূপে যশ ধৰ্ম্মক স্থাপিবে ॥ ১১
প্ৰথমে কহন্ত হৰে গৌৰীৰ আগত ।
সপ্তম অধ্যায় অন্তে শিৱ ৰহস্যত ॥ ১২
শুনিয়ো দীপিকা ছন্দ কলা দেৱতাৰ ।
গৌৰীৰ আগত হৰে কহিলন্ত সাৰ ॥ ১৩

---

# দেৱতা কল্প

## পদ

এক দিনা ত্রিনয়নে কৈলাসত বসি।
প্রকাশ কৰন্ত যেন কোটি ৰবি শশী॥ ১৪
যোগানে আছন্ত নন্দি ভৃঙ্গি আদি যত।
মহামায়া গৌৰী আছে বসিয়া লগত॥ ১৫
পুছন্ত গৌৰীয়ে শঙ্কৰৰ মুখ চাই।
পুছুহোঁ তোমাৰ আগে কহিয়ো গোঁসাই॥ ১৬
কাক পালা কাক স্রজা সংহাৰাহা কাক।
কোনবা সকলে পূজা কৰয় তোমাক॥ ১৭
মোহোৰ আগত আবে কহিয়োক তাক।
যদি দাসী বুলি প্রভূ ধৰিছা আমাক॥ ১৮
হেন শুনি শঙ্কৰ কহন্ত যেন নীতি।
আদি অন্ত কথা কহোঁ শুনিয়ো পাৰ্ব্বতী॥ ১৯
ব্রহ্মা বিষ্ণু হৰ আমি এহি তিনি জন।
তিনিকো পাতিলা অধিকাৰী নাৰায়ণ॥ ২০
ব্রহ্মায়ে স্রজন্ত লোক যত প্রাণীগণ।
তাকেসে কৰন্ত বিষ্ণু আপুনি পালন॥ ২১
ৰুদ্রৰূপ ধৰি আমি কৰোহোঁ সংহাৰ।
যতেক সংহাৰ মানে কাৰণ আমাৰ॥ ২
মহামায়া প্রকৃতিসে সৃষ্টি নিয়োজিলা।
যাৰ যেন কাৰ্য্য ভাৰ বিভাগিয়া দিলা॥ ২৩

প্ৰথমতে সুৰলোক বাসৱক দিলা।
মহা সুখ বিভুতিক তথাতে থাপিলা॥ ২৪
দশদিক পালৰ পাতিলা অধিকাৰ।
নিয়মি বিভাগি দিলা কৰিয়া বিচাৰ॥ ২৫
উনপঞ্চাশত বায়ু বাদ্ৰেয় আদিত্য।
অগণি বৰুণ আদি গ্ৰহগণ স্থিত॥ ২৬
অষ্টবসু মৰুৎগণ প্ৰজাপতি যত।
মনু মহাপুত্ৰগণ দিলন্ত সমস্ত॥ ২৭
যাৰ যেন নীতি কৰ্ম্ম লোকক পালন।
এহি মতে ব্ৰহ্মা সৃষ্টি ভৈলেক শোভন॥ ২৮
এহি মতে স্বৰ্গপাল ভৈল সুৰপতি।
শস্য মৎস্য জীবিকা দিলন্ত যেন নীতি॥ ২৯
পাছে পৃথিবীত মনুষ্যক থান দিলা।
দেৱতাৰ পূজা যত মনুষ্যে কৰিলা॥ ৩০
মনু আদি মহাজনে বেদ বিহিলন্ত।
পাপ পুণ্য ধৰ্ম্মাধৰ্ম্ম নিৰ্ব্বন্ধি থৈলন্ত॥ ৩১
এহি মতে হৈলা যেবে লোকপাল চয়।
পাতিলা ধৰ্ম্মৰ ৰাজা দেৱ কৃপাময়॥ ৩২
সাত পাতালৰ জানা কুৰি ভাগ কৰি।
সাজিয়া দিলন্ত পাছে যমৰ নগৰি॥ ৩৩
সঞ্জমণি নামত নগৰ মনোহৰ।
মহাৰম্য স্থান সিটো সমান স্বৰ্গৰ॥ ৩৪
তাতে ধৰ্ম্ম ৰাজাক দিলন্ত যত্ন কৰি।
কোটি অৰ্ব্বুদেক লোক থাকন্ত আবৰি॥ ৩৫

সিদ্ধ মুনিগণ বিদ্যাধৰ পুণ্যবাসী।
থাকন্ত কৌতুকে ধৰ্ম্ম ৰাজাক উপাসি ॥ ৩৬
যেন বৈকুণ্ঠত বিষ্ণু বসিয়া আছন্ত।
যাৰ যেন পাপ ভক্তি বিচাৰ কৰন্ত ॥ ৩৭
চৈধ্যয় ভুবনে লোক আছে যত মান।
সবাহাৰে ন্যায় নীতি দেখে বিদ্যমান ॥ ৩৮
চিত্র গুপ্ত নামে দুই লিখক নিৰ্ভয়।
শুভাশুভ পাপ পুণ্য তেৰেজ কৰয় ॥ ৩৯
গুপুত পাপক গুপ্ত লেখকে লেখয়।
দেখা পাপ মানে চিত্র লেখন্ত নিশ্চয় ॥ ৪০
চৈধ্য জন সাক্ষী তাৰ থাকয় লগত।
ভাণ্ডিতে নপাৰে তাৰ পাপ পুণ্য যত ॥ ৪১
নিয়ম স্বৰূপে তাক গণি লেখা কৰি।
নৰকক লাগি নিয়ে যমদূতে ধৰি ॥ ৪২
সঞ্জমণি পুৰী হন্তে দক্ষিণ কাষৰ।
আছে মহা ভয়ানক যমৰ নগৰ ॥ ৪৩
বহল বিস্তাৰ সভা দেখি লাগে ভয়।
চৌৰাশি হাজাৰ নৰ্ক দুৰ্ঘোৰ দুৰ্জ্জয় ॥ ৪৪
তাহাতে আনন্দে বসি থাকে ৰাজা যম।
চাৰিভিতি দূতগণ পৰম বিক্রম ॥ ৪৫
একুৰি এঘাৰ ভুজ যম নৃপতিৰ।
দেখিলে হৰয় মূৰ্ত্তি পাতকী প্ৰাণীৰ ॥ ৪৬
শঙ্কৰ বদতি তুমি শুনিয়ো পাৰ্ব্বতী।
চতুৰ্ব্বিধ দূতৰ শুনিয়ো যেন নীতি ॥ ৪৭

হৰিৰ ভকত পিতৃ মাতৃ শ্ৰেষ্ঠ জন।
যিটো গোটে আসম্বাক কৰয় নিন্দন ॥ ৪৮
সেই সবে দুত হুয়া পুৰত থাকয়।
ভয়ঙ্কৰ গাৱ মুণ্ড বেজি যেন নয় ॥ ৪৯
খৰিকা যাৱয় গলে চক্ষু ওঁড় কলী।
সূচিৰ আকাৰ জিহ্বা থাকে মেলি মেলি ॥ ৫০
শত কোটি হাজাৰ ইমত দূতগণ।
পুৰত উপাসি থাকে কৰি কষ্ট মন ॥ ৫১
হেন শুনি গোসানীৰ চমক লাগিলা।
ভয়ে কম্পমান হুয়া বচন বুলিলা ॥ ৫২
কি কাৰণে পাপী সবে কৰে মন্দকাম।
এহি বুলি গোসানী স্মৰে ৰাম ৰাম ॥ ৫৩
শঙ্কৰ বোলন্ত জায়া শুনা আৰু কায ॥
ভকতক লাঠি চৰ মাৰয় নিলাজ ॥ ৫৪
অল্পমান বুলি তাক প্ৰহাৰ কৰয়।
দূত হুয়া সেহি পশ্চিমত উপাসয় ॥ ৫৫
পৰ্ব্বত আকাৰ দেহা শৈল্য হেন কৰ।
মুণ্ড গোট চুটি দান্ত আটালৰ গৰ ॥ ৫৬
দুই গোটা আখি তাৰ কোটৰ নেদেখি।
পতিলা গোটৰ মান নাসা দান্ত দেখি ॥ ৫৭
তলত দেখয় উৰ্দ্ধে নপাৰে চাহিত।
কোটি হাজাৰেক তাক দেখি ভয় ভীত ॥ ৫৮
শ্ৰেষ্ঠ জন গুৰু পিতৃ আৰু ভক্তজন।
অৱহেলি আসম্বাৰ নকৰে বচন ॥ ৫৯

মহা থুলন্তৰ তাৰ শৰীৰ হোৱয় ।
ৰাজ আজ্ঞা গুৰু আজ্ঞা যিটো নকৰয় ॥ ৬০
হৰি ভকতক দেখি উপহাস কৰে ।
মহন্ত জনৰ যিটো দ্ৰোহক আচৰে ॥ ৬১
সেহি পাপে দূত হোৱে উত্তৰ দিশত ।
শূকৰৰ সম তাৰ লোম শৰীৰত ॥ ৬২
পাছ লাগি মুখ খান উভটি থাকয় ।
পাছকেসে লাগি দেখে আগে নেদেখয় ॥ ৬৩
শাল বৃক্ষ সদৃশ শৰীৰ ভয়ঙ্কৰ ।
কুলা হেন কাণ ভেকু যেন নাক তাৰ ॥ ৬৪
দুই গোটা চক্ষু তৰঙ্গণী সমসৰ ।
দেখিলে তাহাক স্মূৰ্ত্তি হৰে মনুষ্যৰ ॥ ৬৫
আৰু নৃপ হুয়া কৰে লোকক পীড়ণ ।
বিপ্ৰ বৈষ্ণৱৰ ধৰি লয় বহু ধন ॥ ৬৬
লোকৰ জীবিকা ছন্ন নৃপ হুয়া কৰে ।
দুষ্ট মন্ত্ৰী বাক্যে মহাপাপক আচৰে ॥ ৬৭
বোলে মোৰ ৰাজ্য ভাৰ লৈবে খুজিছয় ।
এহি ছলবাদে জানা লোকক হিংসয ॥ ৬৮
মহা পাপী জন সিটো আন নজানয় ।
মই বিনে আনে তাক কমনে মাৰয় ॥ ৬৯
মন্ত্ৰী সমে লোকৰ চিন্তয় মহামাৰ ।
ধন ধান্য আগ্ৰহি সকল লৱে তাৰ ॥ ৭০
এহি সব মহা মহা পাতক আচৰে ।
আয়ু শ্ৰী যশ ধৰ্ম্ম নাশ হুয়া মৰে ॥ ৭১

সেহি ৰাজা দূত হোৱে পশ্চিম পাশত।
শুনা তাৰ কহো দেহা গোটা যেন মত ॥ ৭২
তিনি ভাগ গাৱ তাৰ দেখি পোৰা শিল।
শুকান পুখুৰি যেন হৃদয়ত খাল ॥ ৭৩
মউ বাসা সম নাসা দুই হাত চুটি।
ডাঙ্গৰ শৰীৰ দাস্ত আছয় নিকটি ॥ ৭৪
শুকিলা দশন কেশ কুৰ্কুটা ধৱল।
ভেঙ্গুৰা চৰণ গাৱ পৰ্ব্বত সদৃশ ॥ ৭৫
দেখিলে মাত্রকে জীৱ প্ৰাণীৰ হৰয়।
হেন দূত সবে জানা উপাসি থাকয় ॥ ৭৬
হেন শুনি গোসানীৰ কম্পিত হৃদয়।
আৰু নকহিবা বুলি স্বামীক মাতয় ॥ ৭৭
হেন শুনি ত্রিনয়ন মৌন হুয়া ৰৈলা।
দেৱতা কলাক দেৱে সমাপ্তিয়া থৈলা ॥ ৭৮
পুৰুষোত্তম গজপতি মোৰ নাম।
ৰচিলোঁ পয়াৰ ইটো এৰি আন কাম ॥ ৭৯

---

# ব্ৰহ্ম কলা

## দুলৰি

শঙ্কৰ বদতি শুনিলা পাৰ্ব্বতী
দেৱতা কলা যিমত।
আবে ব্ৰহ্ম কলা শুনা এক মনে
কহিবো তযু আগত॥ ৮০
অগস্তি পুলস্তি কাশ্যপ কপিল
পৰাশৰ বৈশ্যানৰ।
জামদগ্নি মৰু আস্তিক কুমাৰ
দধীচি কপিল পৰ॥ ৮১
বশিষ্ঠ গৌতম ভৰদ্বাজ ৰাম
মুকুন্দ মধু মাধৱ।
বিশ্বামিত্ৰ ধৰ্ম্ম কুভাণ্ড কৰ্দ্দম
ভাৰ্গৱি বসু ভাৰ্গৱ॥ ৮২
অত্ৰি ৰামদেৱ অঙ্গিৰা নাৰদ
দ্বৈপায়ণ শুক মুনি।
ঋষ্যশৃঙ্গ কল্প দুৰ্ব্বাসা মাণ্ডৱ
কুশধ্বজ মধু মুনি॥ ৮৩
এহি মতে বিপ্ৰ পঞ্চিশ হাজাৰ
আনো আছে অপৰ্য্যন্ত।
পৰম যোগেন্দ্ৰ সবে ব্ৰহ্মা বক্তা
বিধিয়ে স্ৰজি আছন্ত॥ ৮৪

বিৰিঞ্চিৰ সম পৰম গহন
স্থষ্টি কৰিবাক পাৰে।
নাহিকে সংশয় সবে ব্ৰহ্মময়
বেদক বিবিক্ষা কৰে ॥ ৮৫
ক্ষত্ৰিয় সবক নিজ শক্তি দিয়া
ৰাজ ধৰ্ম্ম প্ৰবৰ্ত্তাই।
বেদৰ বিহিত শ্ৰুতি মত দিয়া
লোকৰ পূজাক খাই ॥ ৮৬
আসম্বাক বেদে চন্দ্ৰবিপ্ৰ বোলে
চন্দ্ৰৰ সম শীতল।
সকলো লোকৰ কলুষ গুচাৱে
মঙ্গলৰো স্থমঙ্গল ॥ ৮৭
আবে সূৰ্য্যবিপ্ৰ সবাৰো কাহিনী
শুনিয়ো দেৱী পাৰ্ব্বতী।
মুখ্য মুখ্য কিছু তাসম্বাৰ নাম
কহোঁ তাক প্ৰতি প্ৰতি ॥ ৮৮
ধৰ্ম্ম শ্ৰুতা মনু হংস পৰাজিত
মিহিৰ ৰঘু স্থনন্দ।
গাৰ্গ্য গৌৰানল স্বায়ম্ভু স্থভাণু
স্থনন্দ সাৰদানন্দ ॥ ৮৯
অৰুণ অত্ৰিতি গাম্বৰ গৌতম
সূৰ্য্যবিন্দ বিচিত্ৰক।
দেৱল জামল সূৰ্য্য বৰ বেলি
মধুঋত কৌশিকক ॥ ৯০

হৰি কুশানল সুচাৰু নন্দন
ভৰত কুশ কুমুদ।
সত্যজিত মন্থু দেৱল অনন্ত
পৰাজিত শুক গদ ॥ ৯১
মনিমন্তচন্দ্র বিন্দ ভাৰ্গজিত
হলদ্ধৰ কুশদ্ধৰ।
এহি সব আদি পৰম যোগেন্দ্র
সূৰ্য্যবিপ্ৰ নিৰন্তৰ ॥ ৯২
ইসব সকলে জ্যোতির্ব্বেদ জ্ঞাতা
দৈৱৰ গতি জানয়।
এতেকেসে দেৱী ইটৌ সমস্তক
দৈবজ্ঞ বেদে বোলয় ॥ ৯৩
বাস্তৰত দুয়ো সবে যজ্ঞকাৰী
জানিবা দেৱী নিশ্চয়।
প্ৰপঞ্চ বাহিৰে চন্দ্ৰ সূৰ্য্য বিপ্ৰ
বুলিয়া সবে কহয় ॥ ৯৪
স্মৃতি বেদ জ্যোতি বেদ দুই খান
দুহান্তৰো প্ৰবৰ্ত্তন।
এতেকেসে ব্ৰহ্মা মই মহেশ্বৰ
আমাৰ সবে সৃজন ॥ ৯৫
শতায়ুষ বৰ্ষে ব্ৰহ্মা নাশ হোৱে
মোহোৰ মৰণ নাই।
ৰাম নাম মহা অমৃতক পীয়া
অমৰ কৰিছো কায় ॥ ৯৬

হেন শুনি দেৱী কৰ যোৰ কৰি
পুনু পুছিবাক লৈলা ।
শিৱ ৰহস্যৰ সংহিতা জামল
শ্লোক পাঞ্চশত কৈলা ॥ ৯৭
আমি অল্প জন ইহাৰ অৰ্থক
কেন মতে বিভাগিবো ।
তথাপিতো গুৰু কৃপা অণু লেশে
শ্লোকৰ পদ কৰিবো ॥ ৯৮
পণ্ডিত সকলে শাস্ত্ৰক চাহিয়া
দেখা যেবে কথা নাই ।
আমাকো নিন্দিবা গ্ৰন্থকো এৰিবা
বিচাৰি চাই নাপাই ॥ ৯৯

*পদ*

পাৰ্ব্বতী বদতি প্ৰভু দেব ত্ৰিলোচন ।
মিলিল সংশয় শুনি তোমাৰ বচন ॥ ১০০
কহিলা ব্ৰাহ্মণ সবে ব্ৰহ্মাত জন্মিলা ।
দৈবজ্ঞ সকল তযু হস্তে উপজিলা ॥ ১০১
দুই হস্তে জানো দুই বিধ বিপ্ৰ হয় ।
কোন লোক শ্ৰেষ্ঠ প্ৰভু কহিয়ো নিশ্চয় ॥ ১০২
হেন শুনি ত্ৰিনয়নে কহিবে লাগিলা ।
শুনা জায়া যিটো কথা আমাক পুছিলা ॥ ১০৩
পূৰ্ব্বে ভগৱন্তে আমি তিনি দেৱতাক ।
কটাক্ষ কৃপায়ে তেন্তে স্ৰজিলা আমাক ॥ ১০৪

দণ্ডিয়া ৰহিলো আমি কৰি অহঙ্কাৰ।
দেখিয়া ঈশ্বৰে হাসি তুলিলন্ত আৰ॥ ১০৫
মই বৰ হেন মানো তিনিয়ো আপুনে।
পাছে আমা সবাক থাপিলন্ত তিনি গুণে॥ ১০৬
সত্ব গুণে বিষ্ণু ৰজ গুণে প্ৰজাপতি।
মোহোক দিলন্ত প্ৰভু তম গুণে স্থিতি॥ ১০৭
তিনিৰ গুণত আমি সমান ঈশ্বৰ।
তথাপিও আমাৰ বিষ্ণুসে শ্ৰেষ্ঠতৰ॥ ১০৮
ব্ৰহ্মায়ে স্ৰজন্ত যত লোক নিৰন্তৰ।
সকলকে পালে বিষ্ণু আজ্ঞা ঈশ্বৰৰ॥ ১০৯
অন্তকালে সবাকো সংহাৰ কৰো আমি।
মোক কালমূৰ্ত্তি কৰি দিলা প্ৰভু স্বামী॥ ১১০
কাল অনুৰূপে মই ব্ৰহ্মা আদি কৰি।
ভক্তি হীনে অধাচাৰে নেওঁ তাক মাৰি॥ ১১১
এতেকেসে মহামুনি সব শ্ৰেষ্ঠতৰ।
তাহান সমান আন নাই জানা আৰ॥ ১১২
মোত হন্তে দৈবজ্ঞ বিপ্ৰসে শ্ৰেষ্ঠ জানি।
সমান কৰিয়া থৈলা ব্ৰহ্মা বেদমণি॥ ১১৩
জানিবাহা দেৱী দুইৰো নাই ভিন্নাভিন্ন।
শ্ৰুতি শাস্ত্ৰ জ্যোতি দুয়ো একয়ে সমান॥ ১১৪
দুহানো হৈবেক বেদ ধৰ্ম্ম অধিকাৰ।
এক কৰ্ম্ম এক বিধি আচাৰ বিচাৰ॥ ১১৫
ইটো দুই লোকক বন্দিবে নপাৰয়।
আৰ সেৱা নৈলে শিৰ ছেদিবে লাগয়॥ ১১৬

পাৰ্ব্বতী বদতি প্ৰভু দেৱ ত্ৰিলোচন।
আসম্বাৰ বন্দনীয় নাহি এক জন॥ ১১৭
শঙ্কৰ বোলন্ত জায়া শুনিও বচন।
মই হৰ আৰু ব্ৰহ্মা বিষ্ণু তিনি জন॥ ১১৮
আসম্বাৰ বন্দনীয় এই তিনি হয়।
মহা গোপ্য কথা কহোঁ তোমাত নিশ্চয়॥ ১১৯
বৈষ্ণৱেসে বিষ্ণু আক জানা সাৰোত্তৰ।
আছয় ব্ৰাহ্মণ্য গুণ যিটো ব্ৰাহ্মণৰ॥ ১২০
কৃষ্ণৰ একান্ত ভৃত্য ভক্ত যিটো জন।
এহি ত্ৰিতয়েৰ সদা বন্দিবে চৰণ॥ ১২১
ইন্দ্ৰ আদি দেৱক প্ৰণাম নকৰয়।
যিটো সেৱা লৱে আয়ু শ্ৰীহত হয়॥ ১২২
পুৰাণ সংহিতা বেদ সবাৰ বচন।
তোমাত ৰহস্য কথা কৈলো উদাৰণ॥ ১২৩
এহি মানে বিপ্ৰৰ চৰিত্ৰ কথা গৈলা।
বৈষ্ণৱ কলাক হৰে কহিবাক লৈলা॥ ১২৪
বোলন্ত পুৰুষোত্তম আমি অল্প জন।
অগাধ সমুদ্ৰ হৰ গৌৰীৰ বচন॥ ১২৫
তাক কাঠি লৈয়া মই জুখিবাক লৈলো।
যিটো গুৰু দেৱতাৰ আজ্ঞাক লভিলো॥ ১২৬
তেহেন্তে ঈশ্বৰ ৰামচন্দ্ৰ কৃপাময়।
তান বংশে জন্ম হেন মোৰ হৈয়াছয়॥ ২২৭
খাত্যোতে মাৰ্ত্তণ্ডে হোৱে যেনয় অন্তৰ।
ৰাঘৱৰ বংশ মোৰ হেন পটন্তৰ॥ ১২৮

আৰু ৰাজ্য সম্পদত গৰ্ব্ব হোৱে যত।
ক্ষেমা পূৰ্ণ কৰিয়োক বৈষ্ণৱ সমস্ত॥ ১২৯
অনেক শাস্ত্ৰক আমি বিচাৰি প্ৰবন্ধে।
ৰচিলোঁ পয়াৰ ইটো হ্ৰস্ব দীৰ্ঘ ছন্দে॥ ১৩০
গুৰুৰ চৰণ মনে কৰিয়া প্ৰণাম।
ভণয় পুৰুষোত্তম এৰি আন কাম॥ ১৩১

---

## বৈষ্ণৱ কলা

### *পদ*

শুনিয়ো পাৰ্ব্বতী বৈষ্ণৱৰ যেন নীতি।
চাৰিয়ো যুগত বৈষ্ণৱৰ শাস্ত্ৰ গতি॥ ১৩২
শুনা হংস নাৰায়ণে ব্ৰহ্মাত কহিলা।
বৈষ্ণৱৰ লক্ষণ যিমতে প্ৰপঞ্চিলা॥ ১৩৩
ভকত বৈষ্ণৱ যেন শুনা তান ঠান।
প্ৰথমে গুৰুৰ মুখে লভিবেক জ্ঞান॥ ১৩৪
ইন্দ্ৰিয়ক দমি শাস্ত্ৰ কৰিব ব্যাখান।
সগুণ নিৰ্গুণ জ্ঞান কৰিবে বিধান॥ ১৩৫
বুজিয়া ৰহিলা যেবে জ্ঞানৰ প্ৰমাণ।
ঈশ্বৰত পৰে দেৱ নেদেখিব আন॥ ১৩৬
হৰি গুণ নামক নেৰিবে অণুক্ষণ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষে নিদিবেক কাণ॥ ১৩৭

বেদ শাস্ত্র মৰ্য্যদাক কিছু নলঙ্ঘিব ।
শ্রৱণ কীৰ্ত্তন ভক্তি ইহাক জানিব ॥ ১৩৮
তিনি বিধ লীলা সুমৰিব মাধৱৰ ।
প্রাণী সকলক নেদেখিব আত্মপৰ ॥ ১৩৯
যিবা আছে যিবা নাই যি পাৱে ভুঞ্জিব ।
মনে মাধৱৰ পাৱে সমস্তে অৰ্পিব ॥ ১৪০
পুত্র পত্নী আছে মানে ঐশ্বৰ্য্য সকল ।
কৃষ্ণ চৰণত মনে অৰ্পিব কেৱল ॥ ১৪১
হৰি গুণ নাম সদা মুখত নেৰিব ।
ঘনে ঘনে মাধৱক হৃদয়ে দেখিব ॥ ১৪২
মোহ মায়া ৰাগ মদ মল কাক যত ।
দম্ভ দেষ ঈৰিষাক তিতিক্ষা সমস্ত ॥ ১৪৩
এহি সব সুহিবেক মনৰ গোচৰ ।
সবাহাঙ্কে দেখিবেক নাৰায়ণ পৰ ॥ ১৪৪
সুখ দুঃখ লাভ অলাভক জয়াজয় ।
হৰি বিনে নাহি একো জানিবা নিশ্চয় ॥ ১৪৫
বহু বিধ ধৰ্ম্ম বিহি আছে বেদচয় ।
লোভাবিষ্ট হুয়া লোকে তাহাতে পৰয় ॥ ১৪৬
নিশ্চয় বেদৰ অৰ্থ হৰি ভক্তি সাৰ ।
ঋষি সবে নানা ফল লোভ দিয়া তাৰ ॥ ১৪৭
অজ্ঞানী প্রাণীক সবে কৰিয়া উন্মত্ত ।
তাহাতে পৰিয়া কৰে তাহাতেসে ৰত ॥ ১৪৮
এহি হেতু সংসাৰত জনম মৰণ ।
ইহাক জানিব যিটো হোৱে মহাজন ॥ ১৪৯

শ্রৱণ কীৰ্ত্তন বিনে ধৰ্ম্ম নাহি আৰ ।
আন সবাহাকে কৰিবেক পৰিহাৰ ॥ ১৫০
নকৰিব তীৰ্থ প্ৰতিমাক নৰাধিব ।
তীৰ্থৰ উত্তৰ যিটো কৃষ্ণক ভজিব ॥ ১৫১
প্ৰতিমাদি স্বাহাশ্চৰ্য্যা কৰিব ভকত ।
আত্মাবুদ্ধি চিন্তিবেক মহন্ত সতত ॥ ১৫২
পাঞ্চ তত্ত্ব পাঞ্চ ৰস পাঞ্চ গুণ সাৰ ।
সৰ্ব্বদায় কৰিবেক ইহাকে বিচাৰ ॥ ১৫৩
হেন শুনি মহাদেবী পুছিলা বিনয়ে ।
কহিলা বৈষ্ণৱ জ্ঞান দেৱ কৃপাময় ॥ ১৫৪
বৈষ্ণৱৰ জাতি বৰ্ণ ভেদ আছে নাই ।
ঐশ্বৰ্য্য শকতি সাধু পাৱে কি নাপাই ॥ ১৫৫
ইহাক কহিও প্ৰভু শুন্থ ত্ৰিপুৰাৰি ।
তুমি জ্ঞানা আনে আক কহিতে নাপাৰি ॥ ১৫৬
হাস্য কৰি প্ৰিয়াক মাতিলা মহেশ্বৰ ।
ব্ৰহ্মাত আপুনি কহি আছন্ত ঈশ্বৰ ॥ ১৫৭
শুনা প্ৰজাপতি আমি কহওঁ বুজাই ।
সুবৰ্ণ অবৰ্ণ জ্ঞানা বৈষ্ণৱৰ নাই ॥ ১৫৮
পাঞ্চ তত্ত্ব মূল মন্ত্ৰ এহি সব জানে ।
চণ্ডাল হইবেক গুৰু বৈষ্ণৱ প্ৰধানে ॥ ১৫৯
ঐশ্বৰ্য্য বিভূতি বল হোৱে বৈষ্ণৱৰ ।
সি সব দুষণে তাক নকৰয় পৰ ॥ ১৬০
আমাত লৈওক দেবী ইহাৰ প্ৰমাণ ।
আমি বাঢ় জনা জ্ঞানা বৈষ্ণৱ প্ৰধান ॥ ১৬১

প্ৰথমতে ব্ৰহ্মাৰ ঐশ্বৰ্য্য অতিক্ৰম।
আপুনি ব্ৰাহ্মণ তেহে মহন্ত উত্তম॥ ১৬২
আৰু যত মহাজন তিনিও কালত।
সবাহাৰে ঐশ্বৰ্য্য বিভূতি আছে যত॥ ১৬৩
তাসম্বাক বাধিবে নাপাৰে শ্ৰীমদে।
ঈশ্বৰে দিয়াছে তাঙ্ক পৰম সম্পদে॥ ১৬৪
আৰু শুনা মহন্তৰ আচাৰ প্ৰমাণ।
দৈত্য কুলে জাত মহা মহন্ত প্ৰধান॥ ১৬৫
বলি প্ৰহ্লাদৰ সম ভক্তিত নিপুণ।
ইতিনি লোকত নাই তাহান সমান॥ ১৬৬
হেনয় মহন্ত যদি চণ্ডাল হোৱয়।
ব্ৰাহ্মণে মানোক গুৰু কহিলো নিশ্চয়॥ ১৬৭
সত্যে সত্যে সত্যে মই কহিলো তোমাত।
মহন্তক নিন্দা বাদে হোৱে অধঃপাত॥ ১৬৮
এহি কহি মৌন ভৈলা দেৱ ত্ৰিলোচন।
পুনৰুপি ভাগবতী বুলিলা বচন॥ ১৬৯
কহিলাহা চৰিত্ৰ বৈষ্ণৱৰ মনোহৰ।
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ ধৰ্ম্ম শ্ৰেষ্ঠতৰ॥ ১৭০
তোমাৰ প্ৰসাদে প্ৰভু জানিলোহো আক।
আবে ৰাজা সমূহৰ কহিয়ো কথাক॥ ১৭১
কতো মান নগৰ প্ৰদেশ ধৰণীত।
কোন ৰাজাগণ ভৈলা ঈশ্বৰ সজ্জিত॥ ১৭২
তযু অংশে যত ৰাজা হুয়া আছে জাত।
ব্ৰহ্মায়ে স্ৰজিলা কোন নৃপতি সাক্ষাত॥ ১৭৩

কহিয়ো ত্রিশূলধৰ শুনো ৰঙ্গ কৰি।
শুনি পাছে শঙ্কৰে মাতিলা হাস্য কৰি॥ ১৭৪
কহয় পুৰুষোত্তম এৰি আন কাম।
খণ্ডোক দুৰ্গতি ডাকি বোলা ৰাম ৰাম॥ ১৭৫

---

## ৰাজ কন্যা

### ছবি

শঙ্কৰ বদতি আবে শুনিয়োক মহামায়া
পূৰ্ব্বাপৰ কথাক সমস্ত।
যত যত মহাৰাজা ধৰণী মণ্ডলে বাসা
সামান্য ৰাজাৰ লেখা কত॥ ১৭৬
তাৰ কিছু কিছু বাছি নগৰৰ নাম শুনা
কহিবো ৰাজাৰ লেখা মানে।
মনু পুত্ৰ যত তাক বুলিও ধৰণী পাল
আৰু নাম শুনা সাৱধানে॥ ১৭৭
তাৰো নাম মহীপতি ভূপাল তাহাঙ্ক বুলি
ভুবনেশ্বৰও তাৰ নাম।
সাতো দ্বীপ পৃথিবীক পালন কৰিয়া থাকে
দেৱতাৰো সাধি সবে কাম॥ ১৭৮

তাহাঙ্কেসে নৰেশ্বৰ বোলে সবে শাস্ত্ৰগণে
প্ৰখ্যাত কৰিয়া তাক জানে।
আসম্বাৰ সৰি বৰি বাসব সুহিকো কাৰ্য্যে
প্ৰজাপতি সব তুল্য মানে॥ ১৭৯

পদ

আবে শুনা ৰাজা সমূহৰ ৰাজ্য যত।
তাৰ কিছু নাম কহো তোমাৰ আগত॥ ১৮০
সিন্ধুপুৰ, নাগপুৰ আৰু চন্দ্ৰপুৰ।
মণিপুৰ ধৰ্ম্মপুৰ বঙ্গ ব্ৰজপুৰ॥ ১৮১
কুৰ্ম্মচন্দ্ৰাৱতী বাৎস পুৰ মহীপুৰ!
কাশীপুৰ জয়পুৰ ত্ৰিপুৰ অপৰ॥ ১৮২
কনক চম্পক মৎস্যপুৰ ৰম্যপুৰ।
হেমশ্ৰবা হেমকুট বিৰাধ বিপাৰ॥ ১৮৩
অসিচন্দ্ৰা অযোধ্যা অপৰ সূৰ্য্য মালা।
সোণ কাঞ্চি কিস্কিন্ধা কুমুদ ভদ্ৰকলা॥ ১৮৪
কায়াপুৰ কণ্যাপুৰ কৰ্ণাট নৰপুৰ।
চন্দ্ৰমালা ধৰ্ম্মমালা ৰত্নমালাপুৰ॥ ১৮৫
জয়ন্তা মথুৰা লঙ্কা মিথিলা মিহিৰা।
মনিবন্ধা ইক্ষাকু সাম্বিক গজ পুৰা॥ ১৮৬
শ্ৰীপূৰ্ব্বা ধন মধুমূকতা শৌনিত।
কণৌজ ককিল পুষ্পমাল্য ভদ্ৰাজিত॥ ১৮৭
অপাৰ কৰ্ণাটকুঞ্জ ৰাষ্ট্ৰ সৌৰাষ্ট্ৰক।
হিমালয় হিমকুট অসিত নন্দক॥ ১৮৮

মনিবন্ধা মনিশ্বভ্রা হস্তীনা পাঞ্চাল।
ত্রিকুট অপৰ চম্পাৱতী ধিত্রপাল ॥ ১৮৯
ধৰ্ম্মশ্চন্দ্ৰ পুষ্পশ্চন্দ্ৰা সূৰ্য্যপ্ৰভা শশী।
গয়া গন্ধাৰি গোধিমৃগা কঞ্জু কাশী ॥ ১৯০
সিন্ধু ইন্দ্ৰশ্ৰৱা উচ্ছশ্ৰৱা ৰত্নপুৰ।
কোশল কোঙ্কল নন্দস্বতি কামপুৰ ॥ ১৯১
নৰেন্দ্ৰ চোত্তৰ মৰু মহিন্দ্ৰ জগালা।
হংসদ্ধৰ গুঞ্জাকৰ সিঙহিলা মহিলা ॥ ১৯২
গোদাবৰী গোপপুৰ হৰিপুৰ বিন্ধ্যা।
অসিতীৰ্থ যমশ্ৰবা সুৰথা সুৰবিন্দা ॥ ১৯৩
মৃগশ্ৰবা অসিবিষ্কা মকৰা কুমাৰা।
বাৰাহি অঙ্গিৰা কোল সুৰতৰাপুৰা ॥ ১৯৪
অঙ্গ কলিঙ্গ শ্ৰুত দেশ ৰঙ্গ বঙ্গ।
পতি শ্ৰুত সুমিত্ৰা বসাগ বগু ৰঙ্গ ॥ ১৯৫
মকৰ মিহিলা অতীত মৰু মালা।
ধৃত কুন্তা নাম মালা যবন বীশলা ॥ ১৯৬
এহি সব মুখ্য কৰি নগৰ প্ৰখ্যাত।
মুখ্য মুখ্য বাচি কিছু কহিলো তোমাত ॥ ১৯৭
মহামায়া প্ৰকৃতি নিৰ্ম্মিলা মহীবৰ।
তাতে মনু পুত্ৰ সবে ভৈলা ৰাজধৰ ॥ ১৯৮
থানে থানে ধৰণীক ভূষিত কৰিলা।
বহু ৰম্য কৰি পুষ্প আৰাম বান্ধিলা ॥ ১৯৯
পুষ্কৰ্ণী তৰাগ সৰোবৰ নিৰন্তৰ।
গড় পাখি হাদাম বান্ধিলা বহুতৰ ॥ ২০০

প্ৰজাক পালিবে মনু পুত্ৰ সব দিলা ।
লোকৰ কুশল তাৰা সকলে কৰিলা ॥ ২০১
যাৰ যেন নিয়ম পালিলা জাতি ধৰ্ম্ম ।
সবাকে দিলন্ত যেন জীবিকা আশ্ৰম ॥ ২০২
এহিমতে মহী খণ্ড সুশোভিত ভৈলা ।
ধৰণী কলাক হৰে পাৰ্ব্বতীক কৈলা ॥ ২০৩

---

## ধৰণী কলা

### *পদ*

প্ৰথমতে পৃথিবী পালিলা ৰাজা যত ।
কৰিলন্ত প্ৰতিপাল প্ৰজাক যিমত ॥ ২০৪
একৈক নগৰে ৰাজা লক্ষ সহস্ৰেক ।
ভোগ্য ভুঞ্জি মৰি মৰি গৈলেক প্ৰত্যেক ॥ ২০৫
ধন জন ৰাজ্য ভাৰ আছয় সবাৰে ।
চমৎকাৰ কৰি পৃথিবীত গতি কৰে ॥ ২০৬
অন্তকালে একেশ্বৰে মৰি মৰি যায় ।
কাহাৰো লগতো জানা গোটেকো নাযায় ॥ ২০৭
পাপ পুণ্য দুই মাত্ৰ চলে আগ পাছে ।
অধো উৰ্দ্ধ গতি কেবা তাক জানি আছে ॥ ২০৮
মোক লাগি কন্দল কৰয় যত মান ।
মৰৈ কটা কটি কৰি মোহোৰ নিদান ॥ ২০৯

মই ৰহি আছো সবে মৰৈ দাস্ততৰি।
এহি মতে ধৰণী হাসন্ত ৰঙ্গ কৰি ॥ ২১০
এহি মানে ধৰণী কলাক সংহৰিলা।
পাছে মহীপতি কলা পাৰ্ব্বতী পুছিলা ॥ ২১১

---

## মহীপতি কলা

### *পদ*

পাৰ্ব্বতী বদতি প্ৰভু দেৱ ত্ৰিলোচন।
কোন কোন যুগে ভৈলা কোন ৰাজাগণ ॥ ২১২
কোনে কেন মতে ধৰ্ম্ম প্ৰজাক পালিলা।
নিজ ধৰ্ম্ম এড়ি কিবা ধৰ্ম্মে প্ৰবৰ্ত্তিলা ॥ ২১৩
ভযু অংশে কোন নৃপ বিষ্ণু প্ৰজাপতি।
তিনিৰো বিভাগি মোত কহিয়ো সম্প্ৰতি ॥ ২১৪
বদতি শঙ্কৰ শুনা ভবানী বচন।
চাৰি যুগে যিবা ৰাজা আছিল দুৰ্জ্জন ॥ ২১৫
পৃথিবী পালক ৰাজাগণ যত যত।
ব্ৰহ্মাৰেসে অংশ সবে জানা স্বৰূপত ॥ ২১৬
সিটো সবে প্ৰজা সৃষ্টি কৰিতে শকত।
যিবা ৰাজা যিবা কৰ্ম্ম কৰিছা সাম্প্ৰত ॥ ২১৭
প্ৰিয়ব্ৰতে মহী খণ্ড সবে অধিপতি।
আদি যুগে ৰাজা আতি সত্য ব্ৰতনীতি ॥ ২১৮

প্রিয়ব্রতে মহা যশে ধৰণী পালিলা।
সাতো খান দ্বীপ সাজি সাগৰ বান্ধিলা॥ ২১৯
সাতো দ্বীপ বিভাগি দিলন্ত মহীখণ্ড।
সাতো সাগৰক তাতে নির্ম্মিলা প্রচণ্ড॥ ২২০
ঈশ্বৰৰ ইচ্ছা সাতো সাগৰ স্থাপিলা।
সাতো খান মহা ৰম্য দ্বীপক নির্ম্মিলা॥ ২২১
জম্বু পূস্ক কোস ক্রৌঞ্চ শাক শাল্মোলিক।
পূষ্কৰ নামত সাতো দ্বীপতো অধিক॥ ২২২
লোণ গুড় সুৰা ঘৃত দধিৰ সাগৰ।
দধি সাগৰৰ অন্তে জল ভয়ঙ্কৰ॥ ২২৩
এহিমতে বহু কাল ধৰণী পালিলা।
প্রিয়ব্রতে মহা তিব্র যোগ আচৰিলা॥ ২২৪
যেন মতে প্রজা সবে দুখ নপাৱয়।
সবাহাৰে কুশল সাধিলা মহাশয়॥ ২২৫
মহাধৰ্ম্মি পৰম বৈষ্ণৱ মহাজন।
দুষ্টক বিনাশি সন্ত কৰিলা পালন॥ ২২৬
সগৰ দিলীপ ভাগীৰথ ৰাজা গয়।
এহি সবে ধৰ্ম্ম ধৰি পৃথিবী পালয়॥ ২২৭
উত্তানপাদ ধ্রুব সুৰবিন্দ পুৰুৰৱ।
অপোবিস্ব হৰিশ্চন্দ্র বৈৰন্ত সঞ্জয়॥ ২২৮
ইক্ষাকু কাকুৎস্থ ৰঘু অজ দশৰথ।
অম্বৰিষ ভৰত নহুশ সত্যব্রত॥ ২২৯
বলি বেন অৰ্জ্জুন আৱৰ বিজিতাস্ব।
ধৰ্ম্মশ্রবা সত্যজিত নাভিকাৰতস্ব॥ ২৩০

ইল ভৱবিন্দ নন্দ গজকেতু ৰাই।
সুপৰ্ণ সুৰথ দন্ত ভোজকুশ ৰাই ॥ ২৩১
মান্ধাতা খটাঙ্গ বহুগণ ইন্দ্ৰধ্বজ।
চন্দ্ৰ বিন্দ সংক্ষপক আৰু কেশীগজ ॥ ২৩২
ইসবক জানিবাহা বুলিয়া ভূপাল।
মহীপতি বোলে আৰু বোলে মহীপাল ॥ ২৩৩
লোকপাল ধৰ্ম্মপাল আৰু যজ্ঞপাল।
দুৰ্জ্জনৰ দণ্ডধাৰী বুলি যমকাল ॥ ২৩৪
সাতো পৃথিবীত পশু পক্ষিগণ যত।
যত জীৱ জন্তুগণ আচয় সমস্ত ॥ ২৩৫
অনুৰূপে সবাক কৰন্ত প্ৰতিপাল।
এতেকেসে তাসম্বাক বুলি মহীপাল ॥ ২৩৬
চোৰ শঠ দুৰ্জ্জন অসন্ত খল যত।
নসহয় বসুমতী তাহাৰ ভৰত ॥ ২৩৭
তাসম্বাক নাসিয়া ৰাখন্ত বসুমতী।
এহি হেতু সি সবক বুলি মহীপতি ॥ ২৩৮
সন্তক পালন কৰে দুৰ্জ্জনৰ কাল।
ভকতৰ বৈৰীক কৰন্ত বুন্দামাৰ ॥ ২৩৯
সি কাৰণে ধৰ্ম্মপাল প্ৰখ্যাত নামৰ।
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম ৰক্ষা ভকতৰ ॥ ২৪০
যাগ যজ্ঞ আচৰয় লোকগণ যত।
তাত ধন ৰত্ন বস্তু লাগয় সমস্ত ॥ ২৪১
দূতে অণুবন্ধ কৰি সবাকো দিৱয়।
তাৰ এক ভাগ ধৰ্ম্ম নিশ্চয়ে পাৱয় ॥ ২৪২

তাতে যজ্ঞপতি নাম বেদত প্ৰখ্যাত ।
প্ৰজাপতি নাম আবে বোলয় তাহাক ॥ ২৪৩
এহিমানে কহিলোহো ভূপালৰ স্থিতি ।
আনো বহু নাম আছে জানিবা পাৰ্ব্বতী ॥ ২৪৪
এহিতো ধৰণী কলা কহিলো সম্প্ৰতি ।
ইহাৰ মাজত আছে দুৰ্জ্জন নৃপতি ॥ ২৪৫
বেন নামে ভৈলা আৰু ধৰণী পালক ।
পৰম অসন্ত দুষ্ট সন্ত বিঘাতক ॥ ২৪৬
বোলে মোত পৰে কোন আছে ভবদেৱ ।
এতেকে মোতেসে সবে কৰন্তোক সেৱ ॥ ২৪৭
ব্ৰহ্মা হৰ আদি কৰি মোহোৰ পালন ।
মোত পৰে পূজা যিটো কৰে আন জন ॥ ২৪৮
নিশ্চয়ে বুলিলো মই কাটিবোহো তাক ।
এহিবুলি সমস্ত লোকক দিলা হাক ॥ ২৪৯
কৰিলে পাতকী জগতৰে বৃত্তি ছন্ন ।
আপুনি খাইবাক মাত্ৰ কৰিলা যতন ॥ ২৫০
তিনিয়ো লোকৰ জীবিকাৰ আশা নাই ।
বলে জিনি পামৰে সবাৰো কাঢ়ি খাই ॥ ২৫১
ঋষি সমূহৰ যজ্ঞ পূজা নিষেধিলা ।
সবাৰো দ্ৰব্যক কাঢ়ি আপুনি ভুঞ্জিলা ॥ ২৫২
দেৱ যে দানৱ যক্ষ ৰক্ষ আদি যত ।
সবেয়ো মজিল আতি দাৰুণ দুখত ॥ ২৫৩
মহাদুখে শস্য বৃষ্টি নাহি ধৰণীত ।
অনাবৃষ্টি ভৈল দ্ৰব্য নিমিলে কিঞ্চিত ॥ ২৫৪

চল্লিশ বৎসৰ মানে শস্য বৃষ্টি নাই ।
দেৱতা মনুষ্য মানে সৱে নাশ যায় ॥ ২৫৫
যত মানে দ্রব্য তাক ধৰণী গিলিল ।
দেখি মহা ঋষিগণে তাক সংহৰিল ॥ ২৫৬
তাৰ দেহা হন্তে পৃথু নামে অৱতাৰ ।
ভৈল মহাৰাজা চৈধ্য ভূবনতে সাৰ ॥ ২৫৭
চল্লিশ বৎসৰ বৃষ্টি নাহি পৃথিবীত ।
ৰাজাৰ অধৰ্ম্মে দুখ ভৈল পৃথিবীত ॥ ২৫৮
পাছে পৃথু ধৰণীক ধৰিয়া দুহিলা ।
চৈধ্যয় লোকৰ বস্তু সবেয়ো লভিলা ॥ ২৫৯
মহা মহা যজ্ঞ দানে হৰি তুষ্ট ভৈলা ।
তিনিও লোকক লক্ষ্মী আবৃত কৰিলা ॥ ২৬০
সাতো দ্বীপা পৃথিবী পালিলা পৃথুৰায় ।
বান্ধিলেক সিন্ধু গড় যশস্যা বঢ়াই ॥ ২৬১
অৰ্চ্চি নামে ভৈলা তান প্রিয়া পটেশ্বৰী ।
প্রজাক পালয় পুত্ৰবতোধিক কৰি ॥ ২৬২
ৰাজ্যত নাহিকে শোক দুখ চিন্তা ভয় ।
ঘৰে ঘৰে সবাৰে অচলা লক্ষ্মী হয় ॥ ২৬৩
এহি মতে পৃথুৰায় ধৰণী পালিলা ।
সত্তৰি হাজাৰ মানে বৰিষ আছিলা ॥ ২৬৪
শুনিলাহা দেবী কহিলোহোঁ যেন ঠান ।
দুষ্ট ৰাজা ভৰে তল যায় মহীখান ॥ ২৬৫
আৰু দুষ্ট মহীপাল মৰি গৈল যত ।
সবাকো কহিলা হবে গৌৰীৰ আগত ॥ ২৬৬

পদ বঢ়া হবে বুলি আমি নেলেখিলো ।
দীপিকা ছন্দৰ পদ সংক্ষেপে ৰচিলো ॥ ২৬৭
শুনা সভাসদ পদ পৰম ৰহস্য ।
ভক্ত ৰাজা সবে ঈশ্বৰক কৰে বশ্য ॥ ২৬৮
হৰি ভক্তি ভৈলে লক্ষ্মী আবৰে প্ৰজাক ।
মহা সুখী হয় প্ৰজা পায় ঐশ্বৰ্য্যক ॥ ২৬৯
পৃথিবীতে আমি ৰাজা নাম লৈলো মাত্ৰ ।
লোকৰ জীৱিকা কাঢ়ি ভুঞ্জিবাৰ পাত্ৰ ॥ ২৭০
দণ্ডবন্ধ অন্যায় কৰিয়া ছলে বলে ।
উদৰ পুৰিয়া নাশ হৈবোহো কেৱলে ॥ ২৭১
মোৰ ৰাজ্য মোৰ ধন মোৰ হস্তী ৰথ ।
মই মহামানী ৰাজা নাই মোৰ মত ॥ ২৭২
এহি মতে অহঙ্কাৰ কৰো ৰাত্ৰি দিন ।
দান্ততৰি মৰি যাইবো যমৰ কৰণ ॥ ২৭৩
হে প্ৰভু ভগৱন্ত দেৱতা শ্ৰীৰাম ।
তোমাৰ দুখানি পাৱে কৰোহো প্ৰণাম ॥ ২৭৪
তযু নিজ অনুজৰ নাতি পুৰুষোত্তম ।
মোৰ মুখে সদা সুগুছোক কৃষ্ণ নাম ॥ ২৭৫
সিটো দোষ ক্ষেমি মোৰ পুৰা মনস্কাম ।
পাতক ছাৰোক ডাকি বোলো ৰাম ৰাম ॥ ২৭৬

---

# নৰেন্দ্ৰ কল্পা

## দুলৰি

শঙ্কৰ বদতি শুনিয়ো পাৰ্ব্বতী
নৰেন্দ্ৰ কল্পাৰ কথা।
তোমাৰ আগত কহিবো সমস্ত
সুহিকে জানা অন্যথা॥ ২৭৭
যি সবক জানা নৰেন্দ্ৰ বোলয়
আৰু মহা ৰাজা নাম।
ইসবক সবে নৰেশ্বৰ বোলে
শুনা তাসম্বাৰ নাম॥ ২৭৮
চতুৰঙ্গ দলে আবৰি থাকয়
ছত্ৰ চামৰক ধৰি।
মহা মহা বীৰ শত সহস্ৰেক
যাক থাকে মান্য কৰি॥ ২৭৯
হেনয় নৃপতি লক্ষকে খাটয়
মহাসালঙ্কৃত হুই।
আজ্ঞাক আকলি পদ সেৱা কৰি
কিৰিটীৰ আগ্ৰেছুই॥ ২৮০
তাহাকে জানাহা নৰেশ্বৰ বোলে
লক্ষেক ৰাজাৰ দেৱ।
পৰম গৰিষ্ঠ প্ৰজাক পালন্ত
তান সম নাহি কেৱ॥ ২৮১

বলে পৰাক্রমে ৰথে শৰ শ্রমে
ধনুর্দ্ধৰ মহাশয়।
পৃথিবী মণ্ডলে আন থাকন্তোক
বাসবকো নগনয়॥ ২৮২
অপেক্ষা নকৰি দিব্য ৰথে চড়ি
ৰাজ্যত কৰে যতনে।
ত্রেতা দ্বাপৰত প্রজাক পালন্ত
হেন মহা ৰাজগণে॥ ২৮৩
যম বৰুণকো কটাক্ষ নকৰে
প্রচণ্ড আতি প্রতাপ।
সামান্য প্রজাৰ যেন বাপ মাৱ
দুর্জ্জনক দেন্ত তাপ॥ ২৮৪
নাহি দন্দ বন্ধ বচন দুর্জ্জন
নাহি কিছু কৰ ভাৰ।
লক্ষেক নৃপতি যিবা দ্রব্য দেই
জীৱিকা হোৱয় তাৰ॥ ২৮৫
লক্ষ্মীৰ বিভূতি প্রজাত বসয়
দেখিয়া কৌতুক বৰ।
বৈষ্ণৱ সকলে আশীষ কৰন্ত
চিৰঞ্জীব নৰেশ্বৰ॥ ২৮৬
দিব্য ভোগ ভুঞ্জি অমৰাৱতী পুৰি
যি মতে লোক থাকয়।
ততো দশ গুণে প্রজাৰ আনন্দ
ৰাজাৰ যশ গাৱয়॥ ২৮৭

লক্ষেক নৃপতি লেখত কৰিয়া
যদি ন্যুন্যাধিক হয়।
দশ কুৰি যদি তাত টুটা হয়
নৰেন্দ্ৰ তেওঁ বোলয় ॥ ২৮৮

*পদ*

তিনিও কালৰ কথা কহিলো সম্প্ৰতি।
কলিৰ কথাক আৰে শুনিও পাৰ্ব্বতী ॥ ২৮৯
কলিৰ নৃপতি সব মোৰ অংশে জাত।
তাসম্বাৰ কথা আৰে কহিবো তোমাত ॥ ২৯০
কলিৰ আদ্যত ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ।
শতেক বৎসৰ ৰাজা হৈবে মহাবীৰ ॥ ২৯১
জম্বুদ্বীপ অধিপতি পৰম গহণ।
বিপ্ৰ বৈষ্ণৱক পালিবেক সৰ্ব্বক্ষণ ॥ ২৯২
তান নাতি পৰীক্ষিত হুইবে নৃপবৰ।
মহাধনুৰ্দ্ধৰ বীৰ নাহি আত পৰ ॥ ২৯৩
তৰুণ কালত তেহো শৰীৰ তেজিব।
ঈশ্বৰৰ ইচ্ছা ব্ৰাহ্মণক বিতৰ্কিব ॥ ২৯৪
কলিকো নিগ্ৰহি কৰিবন্ত মহামানি।
তক্ষকে দংশিব তাঙ্ক পূৰ্ব্ব শত্ৰু জানি ॥ ২৯৫
মহা মুনি শুকে কৈব ভাগৱত শাস্ত্ৰ।
এতেকে হুইবে ৰাজা মুকুতিৰ পাত্ৰ ॥ ২৯৬

জন্মিজয় নামে আৰু তাহান তনয়।
হস্তিনাপুৰত ৰাজা হৈবেক নিশ্চয়॥ ২৯৭
মহা মহন্তক লঙ্ঘিবেক দুৰাচাৰ।
সকল শৰীৰে কুষ্ঠ ৰোগ হইবে তাৰ॥ ২৯৮
মহা মুনি ব্যাসে পাছে অনুমতি দিব।
অনুক্রমে অষ্টাদশ ভাৰত শুনিব॥ ২৯৯
গুচিবেক পাপ ৰোগ সন্তৰ কৃপাত।
কোনেনো নতৰে সাধু সেৱাৰ বলত॥ ৩০০
মথুৰাত ৰাজা হৈবে বজ্র মহাশয়।
ছয় মন্দ শত বৰ্ষ প্ৰজাক পালয়॥ ৩০১
সেহি ধৰি স্বয়ম্ভু নৃপতি নাহি তাত।
ক্ষুদ্র ক্ষুদ্র হৈবে সব নৃপ অসংখ্যাত॥ ৩০২
ৰাজ বংশি সুহি ৰাজ চিহ্ন নাহিকয়।
সাধন কৰিয়া যাই নৃপতি হোৱয়॥ ৩০৩
নাহি ৰাজ নীতি প্ৰজা পালিবাৰ কাম।
যেন তেন প্ৰকাৰে লৱয় ৰাজা নাম॥ ৩০৪
ৰাজা ৰাজমন্ত্ৰীৰ চৰিত্ৰ কিছু নাই।
আপোন সাধন বলে ৰাজা হৈবে যায়॥ ৩০৫
প্ৰজাক পীড়িয়া লৈবে কৰ ভাৰ যত।
সুখ দুখ নাজানয় প্ৰজাৰ যিমত॥ ৩০৬
বহুকাল মই কৰিবোহো সুখ ভোগ।
নাজানে মনত মিলিবেক উপযোগ॥ ৩০৭
বোলে মোৰ পুত্ৰক অকণ্টে ৰাজ্য দিবো।
যত বৈৰীগণ মাৰি নিসঙ্কি কৰিবো॥ ৩০৮

এহি আলোচন কৰি দুষ্ট ৰাজা যত।
পীড়য় প্ৰেজাক মদ গৰ্ব্বে হুয়া মত্ত ॥ ৩০৯
কালে ধৰি আছে মনে নপাৰে উমান।
নিতে নিতে তাৰ আয়ু হৰে বিদ্যমান ॥ ৩১০
তাতে মহন্তক নিন্দা কৰে অহঙ্কাৰে।
তাতে দুষ্ট গণে আতি বচন বিদাৰে ॥ ৩১১
তাহাৰ বাক্যত আতি উলসি উঠয়।
বৈষ্ণৱ হিংসাত আয়ু শ্ৰীহত হয় ॥ ৩১২
আৰু কংশ ৰাজাৰ অযুত আয়ু হয়।
বৈষ্ণৱ হিংসাত নব হাজাৰ টুটয় ॥ ৩১৩
নৰক অসুৰ কাশি জৰাসন্ধ শাল্লে।
মহন্তক হিংসি নিজ আয়ুক নপালে ॥ ৩১৪
আনো যত দৈত্য দানবৰ ৰাজাগণ।
মনুষ্যৰো ৰাজা যত ৰাক্ষস চাৰণ ॥ ৩১৫
মহন্তক দ্বেষ কৰি সবেয়ো নাশয়।
এহি মতে কাৰো অহম্মদ সুগুছয় ॥ ৩১৬
দুষ্ট ৰাজা গণৰ কুবুদ্ধি সুগুচয়।
তাতে দুষ্ট মন্ত্ৰী পাত্ৰ গণে বুজায়য় ॥ ৩১৭
বলে আসি ৰাজা হয়ে পাতেক আচৰে।
অসন্ত আলাপে লোকসব পীড়া কৰে ॥ ৩১৮
মনত নমানে মোক কুবুদ্ধি বোলয়।
এহি মতে কলিকালে হৈবে ৰাজা চয় ॥ ৩১৯
নাহি ৰাজ নীতি পেট পুষিবাৰ কাম।
অল্প প্ৰেজা হৈবে তাৰ লৈবে ৰাজা নাম ॥ ৩২০

প্ৰজাৰ নাৰীকো কৰিবেক অধিকাৰ।
বৃদ্ধ বালকৰো সাধি লৈবে কৰ ভাৰ॥ ৩২১
বিচাৰি ৰাজ্যত লোক আছে যত যত।
দণ্ড বন্ধ কৰি লেখা কৰিব সমস্ত॥ ৩২২
একো মতে স্ফুৰ্ত্তি নাপাইবেক লোক চয়।
তাতে দুৰাচাৰ সবে কৰিবে দুৰ্ব্বয়॥ ৩২৩
গুছিবে জীবিকা সবে চাৰিও জাতিৰ।
নিজ কুল ধৰ্ম্ম এড়ি নুহিবেক থিৰ॥ ৩২৪
যেনে তেনে জীবে মাত্ৰ পত্নী ভাতৃ তাৰ।
অন্ত্যজৰো লৈবে ধন এৰিয়া আচাৰ॥ ৩২৫
নৰৈবেক এক জাতি ধৰ্ম্মাশ্ৰম কাৰ্য্যে।
হৈবেক আচাৰ হীন তাৰ যত ৰাজ্যে॥ ৩২৬
জানন্তা সকলে এৰিবেক নিজ ধৰ্ম্ম।
ধন ধান্য পাইবে মনে কৰিবে অধৰ্ম্ম॥ ৩২৭
চাৰিয়ো জাতিয়ে বিধবাক আনিবেক।
সুন্দৰী হৈবেক মাত্ৰ দেখিব প্ৰত্যেক॥ ৩২৮
তাৰে পুত্ৰ নাতি জীৱ হৈবে বহুতৰ।
চাৰিয়ো জাতিয়ে হৈবে বৰ্ণত শঙ্কৰ॥ ৩২৯
ম্লেচ্ছ সবে হৈবে ৰাজা ধৰি ৰাজ চিহ্ন।
লোকৰ মৰ্য্যদা ভাঙ্গিবেক অনুদিন॥ ৩৩০
হংস পাৰাবত শূকৰকো খাইবে আতি।
কৰিবে দুৰ্নীতি দুষ্ট মন্ত্ৰী মন্দমতি॥ ৩৩১
সুখ দুখ লোকৰ নচাইবে কদাচিত।
অন্যায়তো জয় কৰি খাইবে খণ্ডিবিত॥ ৩৩২

ধূর্ত্ত বাক্য বুলি লোক বিত্তক লৈবেক।
ৰাজাৰ আগত তাক দিবেক প্রত্যেক ॥ ৩৩৩
তাক পাই তাহাৰ হৰিষ হৈবে মন।
চাটক চোটক কৰি বুলিবে বচন ॥ ৩৩৪
পৰম অধৰ্ম্ম তাক নামানিবে মনে।
ডকাইতৰ নয় হৈবে পাত্র ৰাজাগণে ॥ ৩৩৫
বিপ্র বৈষ্ণৱৰ সৰ্ব্বস্বকো আগ্ৰাহিব।
মহন্তকো নিন্দাবাদ অনেক কৰিব ॥ ৩৩৬
তাৰ মন্ত্রীগণ হৈবে সুচক বৰ্জ্জিত।
দিবে খল মহন্তক দণ্ড বিপৰীত ॥ ৩৩৭
বৈষ্ণৱ ভকত যত আছে সংসাৰত।
তাসম্বাৰ অধিকাৰী নাহি বাস্তবত ॥ ৩৩৮
মই মহাকাল আৰু যম প্ৰজাপতি।
আমি সবাহাকো জানো কৰে নয় নীতি ॥ ৩৩৯
পেট পোৰা ধূৰ্ত্ত ৰাজা মন্ত্রীগণ যত।
কৰিবেক অধিকাৰ তাৰ সমস্তত ॥ ৩৪০
মহন্ত ভকত নিন্দি আয়ু হত হৈব।
চল্লিশ, পঞ্চাশ, দশ, কুৰি মাত্র জীৱ ॥ ৩৪১
যজ্ঞ ধৰ্ম্ম তাৰ মাত্র কিছো নহৈবেক।
ধন আগ্ৰহন্তে মাৰি যাইবেক প্রত্যেক ॥ ৩৪২
কহিলোহো দুষ্ট ৰাজা সবৰ মহত্ত।
হেনয় দুৰ্নীতি ঘোৰ কলিৰ কালত ॥ ৩৪৩
এহি মতে কৈলা হৰে গৌৰীৰ আগত।
নৃপতি কলাৰ কথা ভৈলা সমাপত ॥ ৩৪৪

আৰে বন্ধু জন শুনা পাতিয়া শ্রৱণ।
ব্ৰহ্মাৰ আগত কৈলা হংস নাৰায়ণ॥ ৩৪৫
তাহাক কহন্ত হৰে গৌৰীৰ আগত।
চাৰিয়ো কালৰ কথা কহিলা সমস্ত॥ ৩৪৬
কলিত হৈবেক যেন পাষণ্ড আচাৰ।
পাষণ্ড আগমে লোক হৈবে একাকাৰ॥ ৩৪৭
যেন মতে অনৰ্থ কৰিবে পাপী কলি।
ধৰ্ম্মতো কৰিয়া মহাপাপ হৈবে বলি॥ ৩৪৮
হৈবেক পাষণ্ড লোক কলিৰ কালত।
বোলে প্ৰজাপতি আক শুনিও সমস্ত॥ ৩৪৯
শুনি সকলক ব্ৰহ্মা যি বাক্য বুলিলা।
পাৰ্ব্বতীৰ আগে হৰে সমস্তে কহিলা॥ ৩৫০
শুনা মহাজন সবে পৰম গহণ।
হংস কাকী নাম শাস্ত্র ব্ৰহ্মাৰ বচন॥ ৩৫১
যাতো হংস নাৰায়ণে ব্ৰহ্মাত কহিলা।
এতেকে ইহাৰ নাম হংসকাকী থৈলা॥ ৩৫২
বত্রিশ হাজাৰ আৰ শ্লোক ৰুচিকৰ।
শুনিলে মাত্রকে শ্রুতি হৰে পণ্ডিতৰ॥ ৩৫৩
সবে শাস্ত্র বিচাৰি ইহাতে লাগ পাই।
চাৰিয়ো কালৰ ধৰ্ম্ম আছে সমুদাই॥ ৩৫৪
এতেকে ইহাৰ আমি কিছো মান চাই।
মতি অনুসাৰে আক দেখিলো বুজাই॥ ৩৫৫
একৈক শ্লোকৰ অৰ্থ গমিতে নপাৰি।
তথাপি ৰচিলো গুৰু আজ্ঞাক আচাৰি॥ ৩৫৬

মই মহা অহমৰ্ম্মী পৰম দুৰ্ব্বাৰ।
শ্ৰীৰামৰ বংশে ভৈলো মহাৰাজা সাৰ॥ ৩৫৭
এক খণ্ড পৃথিবীৰ ভৈলো অধিপতি।
মোহোৰ সমান কোন আছয় নৃপতি॥ ৩৫৮
গজবাজি পদাতি ৰথৰ সীমা নাই।
এহি মত্ত গৰ্ব্বে মোৰ দিন বহি যাই॥ ৩৫৯
কালৰ হাতত সবে মত্ত হৈবে ছাই।
কোন বেলা মৰি যাইবো দান্ত নিকটাই॥ ৩৬০
গজ বাজি প্ৰজা ধন ধান্য আছে যত।
সবে পৰি থাকিবেক আপোন থানত॥ ৩৬১
সিবেলাত সহায় মোহোৰ কেহ নাই।
হে ৰাম চন্দ্ৰ দেৱ তোমাৰ বিনাই॥ ৩৬২
মোৰ কিছু ভকতি নভৈল তোমৰাত।
মহা অহঙ্কাৰে মই ভৈলো অধোপাত॥ ৩৬৩
এতেকেহে কৰ যোৰ কৰো প্ৰভু ৰাম।
সদা নছাৰোক মোৰ তযু নিজ নাম॥ ৩৬৪
বোলয় পুৰুষোত্তমে এৰা আন কাম।
ছাৰোক দুৰ্গতি ডাকি বোলো ৰাম ৰাম॥ ৩৬৫

# পাষণ্ড কলা

## ঝুমুৰি

শুনা দেৰী মহামায়া তুমি মোৰ নিজ জায়া।
মহা গোপ্য কথাচয় তোমাত বেকত হয়॥ ৩৬৬
ভাৰত বৰিষ মাজে নষ্ট যাবে সাম ৰাজে।
বিপ্ৰ বাক্যে মোহ হুই কাৰো একো গতি নুই॥ ৩৬৭
হংস ছাগ বলি কৰি তোমাৰ নামক স্মৰি।
তুমি গতি দিবা বুলি লোকত কহৱৈ তুলি॥ ৩৬৮
পৰম ঈশ্বৰ দেৱ তাহাঙ্ক নকৰে সেৱা।
তোমাকেসে ধ্যান কৰে তোমাক পূজয় নৰে॥ ৩৬৯
দুৰাচাৰ বিপ্ৰগণ আশা দিয়া লোভাই মন।
ইহলোকে ধন জন পৰলোকে স্বৰ্গস্থান॥ ৩৭০
এহি আশা দৰশাই তোমাৰ পূজাক চাই।
মোৰ নিজ ইষ্ট দেৱ হৰি পাৱে কৰো সেৱ॥ ৩৭১
তাহান কিঙ্কৰ আমি নিচয়ে কিঙ্কৰী তুমি।
তোমাক স্বতন্ত্ৰ মানি পূজে দুৰাশয় প্ৰাণী॥ ৩৭২
বৌধ বিপ্ৰ বাক্যে থাকি তোমাৰ নামক ডাকি।
তযু দীক্ষা দিবে টানি বোলে অলৌকিক বাণী॥ ৩৭৩
বিৰিঞ্চিৰ মনস্তাপ পায়া আছে বিপ্ৰ শাপ।
কলিকালে বিপ্ৰগণ বৌধ কামে কৰে মন॥ ৩৭৪
বেদ অৰ্থ পৰিহৰি জীবিকাক মনে কৰি।
পাষণ্ড আগমে চিত্ত ধন জন ভাৰ্য্যা বিত্ত॥ ৩৭৫

সবে লোক কৰি নাশ হোৱে নৰকতে বাস।
সবে লোক তল যাই ৰাখন্তা উপায় নাই॥ ৩৭৬
যত লোক ৰাজগণ তাহাতে কৰিব মন।
চাৰি কুৰি চাৰি খান আছয় নৰক থান॥ ৩৭৭
সিটো সবে পোত যাই তাহাতে লৱয় ঠাই।
দেখি কৃপাময় হৰি নৰ ৰূপে অৱতৰি॥ ৩৭৮
লোক সব অপৰ্য্যন্ত নাম দানে তৰিবন্ত।
একান্ত ভকতি ৰাম শ্ৰৱণ কীৰ্ত্তন নাম॥ ৩৭৯
তাৰিবন্ত বহু লোক খণ্ডিব দাৰুণ শোক।
তাতে দুষ্ট বিপ্ৰ সব তৰ্কবাদে বিনাশিব॥ ৩৮০
দেশৰ ৰাজাৰ হাতে বিনাশ কৰিব তাতে।
কহিলো তোমাত যেন বিপ্ৰ সব বৌধ হেন॥ ৩৮১
এহিতো পাষণ্ড কলা তোমাত কহিলো বালা।
তোমাৰ পূজাত যত পাষণ্ডৰ অভিমত॥ ৩৮২
পাৰ্ব্বতীয়ে বোলে স্বামী কি কথা শুনিলো আমি।
তোমাৰ বচন শুনি মনে মনে আছো গুণি॥ ৩৮৩
যত মহা মুনিচয় সবে সিদ্ধ ব্ৰহ্মময়।
তাসম্বাক শাপিলন্ত কিবা দোষ কৰিলন্ত॥ ৩৮৪
কহিয়ো ত্ৰিশূধৰৰ শুনিবাক মনোহৰ।
শুনিয়োক সভাসদ দীপিকা-ছন্দৰ পদ॥ ৩৮৫
আপুনি ঈশ্বৰ হৰ ব্ৰহ্মময় কলেৱৰ।
প্ৰকৃতিসে মহামায়া তানে ভৈলা নিজ জায়া॥ ৩৮৬
দুহন্তৰ সম্বাদক শুনি নাশা পাতেকক।
ৰাজা প্ৰজা পূৰা কাম জপিয়োক ৰাম ৰাম॥ ৩৮৭

## পদ

শঙ্কৰ বদতি জায়া শুনিয়ো পার্ব্বতী।
তোমাৰ আগত কহো ৰহস্য যুগুতি॥ ৩৮৮
ব্ৰহ্মাৰ তনুৰ পৰা কলি উপজিলা।
পৰম দাৰুণ বেশ বিৰিঞ্চি দেখিলা॥ ৩৮৯
ৰামকৃষ্ণ নাম উচ্চাৰিলা তিনি বাৰ।
কিনো মহা মূৰ্ত্তি গোট দেখিলো ইহাৰ॥ ৩৯০
কৃষ্ণ বৰ্ণ শৰীৰ হাতত দণ্ড ধৰি।
জানু পাৰি আছে সিটো কৃতাঞ্জলি কৰি॥ ৩৯১
দাৰুণ মনুষ্য শূদ্ৰ ৰূপে ভৈলা জাত।
অবনত বেশে পাছে বিনায়ে ব্ৰহ্মাত॥ ৩৯২
কোন কৰ্ম্ম কৰো প্ৰভু কৰিয়ো আদেশ।
দিয়ো ৰাজ পদ তযু পাওঁ উপদেশ॥ ৩৯৩
শুনি চাৰি মুখে ব্ৰহ্মা গুণিয়া চাহিলা।
তাৰ ভাৱ দেখি পাছে কলি নাম দিলা। ৩৯৪
মলিনী নলিনী তাক দুই ভাৰ্য্যা দিলা।
দুহান্তৰ হন্তে চাৰি পুত্ৰ উপজিলা। ৩৯৫
লোভ মোহ কাম ক্ৰোধ চাৰি পুত্ৰ জাত।
গৰ্ব্ব অহঙ্কাৰ দুই মন্ত্ৰী যে প্ৰখ্যাত॥ ৩৯৬
দম্ভ দ্বেষ হিংসা আসূয়াকে চাৰি জন।
পাতিলেক সেনাপতি ব্ৰহ্মাৰ বচন॥ ৩৯৭
হিংসা পিশুন ইৰিষা মদ মৎসৰক।
লহকৰ পাতিয়া দিলা কলি দুৰ্ম্মদক॥ ৩৯৮

এহি মতে দুৰাচাৰে ৰাজা হুয়া আছে।
তাৰ মুখ চাহি ব্ৰহ্মা মাতিলন্ত পাছে॥ ৩৯৯
বিৰিঞ্চি বোলন্ত শুন কলি দুষ্ট চিত্ত।
দিলো থান ৰাজা হুয়া থাক পৃথিবীত॥ ৪০০
যত ধৰ্ম্ম কৰ্ম্ম বেদ তন্ত্র মন্ত্র চয়।
সবাহাৰে অধিকাৰী হইবি নিশ্চয়॥ ৪০১
সবে পূজা দ্রব্য যত তোহোৰ কালত।
নাহি কিছু ফল সবে কৰে মানে যত॥ ৪০২
একে মাধৱৰ. নাম কীৰ্ত্তনত বাজে।
আন যত ধৰ্ম্ম কৰে পাইবি সামৰাজে॥ ৪০৩
হৰি নাম কীৰ্ত্তনত নাহিকে বিঘিনি।
তাত দ্রোহ আচৰিলে মৰিবি আপুনি॥ ৪০৪
অন্ত্যজ চণ্ডাল যদি হৰি পৰায়ণ।
তাঙ্ক মান্য কৰিয়া থাকিবি সৰ্ব্বক্ষণ॥ ৪০৫
বাহ্মণ গুণিয়া যদি হোৱে বিপ্ৰগণ।
হৰি নাম শ্ৰৱণে কীৰ্ত্তনে নাহি মন॥ ৪০৬
তাতো তোৰ অধিকাৰ দিলোহো সম্প্ৰতি।
শুনা কহো তোত আৰু অপৰ যুগুতি॥ ৪০৭
একান্ত বৈষ্ণৱ সব আছে সংসাৰত।
একান্ত শৰণে নাম নেৰয় মুখত॥ ৪০৮
তাসম্বাক যদি মন কষ্ট দেস আতি।
সত্যে সত্যে কহো তেবে যাইবি অধোগতি॥ ৪০৯
বাৰাণসী আদি সবে ধৰণী মণ্ডল।
সবাহাৰে অধিকাৰী তোৰ কৰতল॥ ৪১০

ব্ৰহ্মাণ্ড ভিতৰে মহা মহন্তত বাজে।
চল পৰি আৰে তোক দিলোঁ সামৰাজে ॥ ৪১১
শঙ্কৰ বদতি দেবী শুনিয়ো পাৰ্ব্বতী।
বৰ পায়া কলিৰ হৰিষ মন আতি ॥ ৪১২
তাৰ থম গমে তিনি যুগ বহি গৈল।
শুনা আতপৰে সতী যেন কথা ভৈল ॥ ৪১৩
অনন্তৰে মুনিগণে পুছিলা ব্ৰহ্মাত।
কোন মহা জ্ঞান দেৱ কহিয়ো আমাত ॥ ৪১৪
মহাত্মা যোগৰ কহিয়োক যেন নীতি।
সবে মুনি সমূহৰ হুয়া আছে মতি ॥ ৪১৫
কোন অনুক্ৰমে আত্মাপৰ জ্ঞান চয়।
কেন মতে মহাযোগ জ্ঞান অভ্যাসয় ॥ ৪১৬
যাহাক জানিলে লোক হৱয় অমৰ।
পৰম জ্ঞানৰ কাৰ্য্য কৈয়ো সাৰোত্তৰ ॥ ৪১৭
শুনিবাক ইচ্ছা দেৱ কহিয়োক সাৰ।
সিদ্ধ শৰীৰতে আমি কৰোঁ প্ৰতিকাৰ ॥ ৪১৮
এহিমতে বহু বাৰ কৰন্ত পুছন।
শুনি প্ৰজাপতিৰ সঙ্কোচ ভৈলা মন ॥ ৪১৯
মনে মনে গুণিয়া বিৰিঞ্চি নপাৰয়।
আত্মা জ্ঞান সম্বন্ধত মনো নোচোৱয় ॥ ৪২০
কতোক্ষণ মানে মৌনে ৰহিয়া আছন্ত।
বৈলক্ষিত ভাৱে আৰু কিছু নোবোলন্ত ॥ ৪২১
হৰিক চিন্তিয়া আছে মহা যত্ন হুই।
দেখি মুনি সবে অন্যো অন্যে নিৰেক্ষই ॥ ৪২২

ব্ৰহ্মাক চাহিয়া হাসিলন্ত ঘনে ঘনে।
ক্ৰোধ মনে পিতামহে মাতে কতোক্ষণে॥ ৪২৩
শুন দুৰাচাৰ সব কৰ উপালম্ভ।
আমাক হাসিলি সবে কৰি মহা দম্ভ॥ ৪২৪
যি সবে আমাক কৰিলেক পৰিহাস।
সবে সিদ্ধ শৰীৰত হৌক নিৰিবাস॥ ৪২৫
কলিৰ লগত গৈয়া বিপ্ৰ বেশ ধৰি।
পৃথিবীত ফুৰিবিহি ভক্তি নিন্দা কৰি॥ ৪২৬
নানা তৰ্ক শাস্ত্ৰ লৈয়া দম্ভ ভাৱ ধৰি।
লোকক মুহিবি সবে বহু বঙ্ক কৰি॥ ৪২৭
ভকতি বিনাশি নানা ফলক লোভাই।
ফুৰিবিহি সবে নিজ দেহ প্ৰৱৰ্ত্তাই॥ ৪২৮
মহন্তক নিন্দা কৰিবিহি মন্দ কাম।
বেদৰ ৰহস্য বাক্য কৰিবি বিৰাম॥ ৪২৯
শঙ্কৰ বদতি দেৱী শুনিয়ো পাৰ্ব্বতী।
আনো অসংখ্যাত বাণী বোলৈ প্ৰজাপতি॥ ৪৩০
শুনি মুনি সবৰ কম্পিত ভৈল মন।
আমৰা সবৰ আবে কি ভৈল জীৱন॥ ৪৩১
এতেকে তাহাৰ জন্ম হৈল পৃথিবীত।
ভকতি বিৰোধি সবে ৰাক্ষসতো ধিক॥ ৪৩২
এহি মতে কলি সমে পৃথিবীত আসি।
বৈষ্ণৱক হিংসিবেক ভকতি বিনাশি॥ ৪৩৩
নানা শাস্ত্ৰ সব দেখাই কুতৰ্ক কুবৃত্তি।
কলিৰ লোকক কৰিবেক পাপমতি॥ ৪৩৪

শ্ৰৱণ কীৰ্ত্তন ভক্তিমাৰ্গ নিৰোধিব।
মনুষ্য লোকক অধোগতিক কৰাইব॥ ৪৩৫
শুনা তাসাম্বাৰ হৈবে যেন প্ৰবৰ্ত্তন।
বহুতৰ শাস্ত্ৰ কৰিবেক নিবন্ধন॥ ৪৩৬
গুপুত কৰিবে নিজ বেদৰ অৰ্থক।
প্ৰকটি কহিবে সবে আনসে মাৰ্গক॥ ৪৩৭
নানা ফল লোভাই কৰিবে ভাণ্ডন।
বুলিবে বেদৰ এহি অৰ্থ প্ৰয়োজন॥ ৪৩৮
কৰ্ম্ম ধৰ্ম্ম মন্ত্ৰ ন্যাস কৰিবে লাগয়।
ইহ পৰ লোকে স্বৰ্গ মুকুতি মিলয়॥ ৪৩৯
বেদৰ নৈষ্ঠিক অৰ্থ কেৱল ভকতি।
আনসে কহিবে বৌদ্ধ শাস্ত্ৰ কৰি খ্যাতি॥ ৪৪০
কটাইবেক হংস ছাগ দিবে দীক্ষা মন্ত্ৰ।
ভকতি বুলিয়া কতো কৰাইবেক যন্ত্ৰ॥ ৪৪১
সাধিবে জীবিকা নানা কৰি কুটচয়।
পঢ়িবে বহুত শাস্ত্ৰ অহঙ্কাৰ ময়॥ ৪৪২
মহা দৰ্পে ফুৰিবেক মহা দম্ভ কৰি।
কটি পাটম্বৰ হাতে তাম্ৰ পাত্ৰ ধৰি॥ ৪৪৩
লৈবেক মৃত্তিকা ফোট পিন্ধিবে অঞ্জন।
লৈবেক তৰ্জ্জনী ধৌত কৰিবে দশন॥ ৪৪৪
তমাল তুলসী ঢোপ মাথাত ধৰিব।
যেন পাগলৰ নয় বক্সিয়া ফুৰিব॥ ৪৪৫
সজাইবেক তাম্ৰ কাংস শিলা দাৰুময়।
এহি ভাৱে হৰি ৰূপ লৈবাক লাগয়॥ ৪৪৬

তন্ত্র মন্ত্র কৰি তাক কৰিব ভূষিত।
লোকক মুহিবে বাক্য বুলি বিপৰীত॥ ৪৪৭
তাকে সত্য মানিবেক লোক নিৰন্তৰ।
কৰিবে আদৰ সবে কায়বাক্যে তাৰ॥ ৪৪৮
পৰম অজ্ঞান সবে হৈবে লোকচয়।
তাম্র কাংসে শিলে গতি দিবেক পাৰয়॥ ৪৪৫
এহি মতে বিমৰিস নকৰিবে আতি।
তাৰে ধৰ্ম্ম পালি ৰাখি দিব নিজ গতি॥ ৪৫০
মই শূলপাণি ব্রহ্মা আদি দেৱগণে।
মোক্ষক দিবাক নপাৰোহো এক জনে॥ ৪৫১
তাম্র কাংস শিলায়ে কি গতিক দিবেক।
কলিত পামৰ লোক একে মানিবেক॥ ৪৫২
কাম ক্রোধ লোভ মোহ সবাকে তেজিয়া।
নিবিড় আসন মনে সমাধি ধৰিয়া॥ ৪৫৩
স্নক স্নন্দ মহা যোগীগণ যত।
তাৰা সবো হৰিক নেদেখে হৃদয়ত॥ ৪৫৪
তাম্র কাংস মৃত্তিকাৰ সাজি প্রতিমাক।
হৰি মূৰ্ত্তি বুলি তাক পূজা কৰিবেক॥ ৪৭৫
এহি মতে বৌধ সবে লোকক ভাণ্ডিব।
নহৈবেক গতি ঘোৰ সংসাৰে পৰিব॥ ৪৫৬
বিপ্র বাক্যে মোহ হুয়া লোক নিৰন্তৰ।
ভুঞ্জিবে নিকাৰ কৰিবেক ভেদ পৰ॥ ৪৫৭
চৌৰাশি হাজাৰ আছে নৰক দুৰ্জ্জয়।
সিটো লোক তাতে পোত যাইবে লাগয়॥ ৪৫৮

নাই গতি হৈবে লোক বৰ্ণত শঙ্কৰ ।
পাষণ্ড আচাৰে কৰিবেক একাকাৰ ॥ ৪৫৯
ভৰি তালি মাৰি ৰঙ্গে কৰিবে কীৰ্ত্তন ।
তাতে মদ গৰ্ব্বে কতো বুলিবে বচন ॥ ৪৬০
নহৈবেক প্ৰেম ডাকিবেক উচ্ছ কৰি ।
কতো তাতে লোক দেখাই ফুৰিবে বাগৰি ॥ ৪৬১
ফুকিবেক শঙ্খ শিঙ্গা কৰিবে আৰাৱ ।
ৰণ মাতোয়াল যেন হৈবেক স্বভাৱ ॥ ৪৬২
এহি ভাবে মন্দমতি হৈবেক লোকত ।
নহৈব নহৈব গতি কলিৰ কালত ॥ ৪৬৩
পাৰ্ব্বতী বদতি প্ৰভু দেৱ ত্ৰিলোচন ।
কোন দোষে হেন মত হৈবে বিপ্ৰগণ ॥ ৪৬৪
আদ্য কিবা মধ্যে আৰ কহিয়ো যুগুতি ।
ব্ৰাহ্মণৰ হৈবে হেন অধৰ্ম্মত মতি ॥ ৪৬৫
বদতি শঙ্কৰে তাৰ শুনিয়ো নিৰ্ণয় ।
তোমাৰ আগত তাক কহিবো নিশ্চয় ॥ ৪৬৬
কত গুটি গৈল যেবে কলিৰ দিবস ।
স্থহি আত্ত স্থহি শেষ অল্প মান বস ॥ ৪৬৭
মনুষ্যৰ মানে যুগ হাজাৰেক যায় ।
তেবে বিৰিঞ্চিৰ মানে প্ৰহৰ বোলয় ॥ ৪৬৮
সত্যত কৰিয়া ত্ৰেতা যুগ ন্যূন হয় ।
তিনিটো কৰিয়া নূ্য কলি দুৰাশয় ॥ ৪৬৯
যেবে কলি দুষ্টে সব ৰাজ্য পৰ্য্যটিব ।
এতেকে লোকত মহা অনৰ্থ মিলিব ॥ ৪৭০

হৈবেক স্নপুত হৰি ভকতিৰ পথ।
ব্ৰাহ্মণৰ বাক্যে সবে হৈবেক বিপথ ॥ ৪৭১
হৈবেক অধৰ্ম্মকাৰী লোক ভাৰন্তৰ।
তিনি দিশে তিনি ৰাজা হৈবে অনন্তৰ ॥ ৪৭২
এক গোট অশ্বপতি আৰ গজপতি।
অপৰ গোটৰ নাম জানা নৰপতি ॥ ৪৭৩
তিনিৰো কাৰ্য্যক ভিন্নে ভিন্নে শুনিয়োক।
দুই গোটা ৰাজাৰ মিলিবে দুখ শোক ॥ ৪৭৪
অণু দিনে কলিৰ বাঢ়িবে মহাবল।
তাতে বহুত্তৰ বিপ্রে কৈবে অকুশল ॥ ৪৭৫
দুয়ো জাতি বিপ্রে চৰ্চ্ছিবেক অমঙ্গল।
চল পাই কলিৰ বাঢ়িবে মহাবল ॥ ৪৭৬
বাপে পোৱে ভাই ভাই কন্দল কৰিব।
জীৱিকাৰ অৰ্থে ঘোৰ কটা কটি হৈব ॥ ৪৭৭
সুৰাপায়ি ম্লেচ্ছৰো লৈবেক দান ধন।
নকৰিবে সিটো জাতি ধৰ্ম্মক ৰক্ষণ ॥ ৪৭৮
কতো ৰাজা দূত হুয়া পৰ্য্যটি ফুৰিব।
ধনৰ নিমিত্তে লোকে মাংস চিণ্ডি খাইব ॥ ৪৭৯
ব্ৰাহ্মণ্য গুণৰ কিছু নহৈবেক লেশ।
প্ৰাণীক মৰাইবে কৰি ৰাজাৰ আদেশ ॥ ৪৮০
অজাতিৰো নাৰীকো হৰিবে দুষ্টগণ।
হৈবে চোৰ কতো হৰি আনিবেক ধন ॥ ৪৮১
মিছা বিনে সত্য বাণী নাহিকে মুখত।
হৈবে মহা খলুয়া ব্ৰাহ্মণগণ যত ॥ ৪৮২

বৈষ্ণৱৰ বেশ ধৰি পিন্ধি ধুতি ফোট।
লৈবেক ভূষণ কৰি অনেক আস্ফোট॥ ৪৮৩
পিন্ধিবে হাতত খাৰু ক্ষত্রিয়ৰ ধনে।
মন্ত্রণা কৰিয়া কতো লৈবে বহুদানে॥ ৪৮৪
খাটিব ৰাজাৰ পাশে হিংসি মহন্তক।
ভকতক হিংসি দোষ কৰিব অনেক॥ ৪৮৫
হৈবেক সূচক সাধু সাধুৰ কাৰণে।
ৰাজাৰ আগত কহিবেক ক্ষণে ক্ষণে॥ ৪৮৬
মহন্ত হিংসন্তে আয়ু ৰাজাৰ টুটিব।
অল্পমতি হুয়া তাক জানি নজানিব॥ ৪৮৭
তাক সত্য মানি সবে চাটক কৰিব।
পাষণ্ডৰ বোলে ভকতক দুখ দিব॥ ৪৮৮
ধনৰ নিমিত্তে কাটিবেক মনুষ্যক।
পেটুয়া ব্রাহ্মণে নাশিবেক জগতক॥ ৪৮৯
কহিলো পাৰ্ব্বতী কলি পাপীষ্ঠৰ কাজ।
বিপ্রতেসে হন্তে কলি লৈবে সামৰাজ॥ ৪৯০
কলি চণ্ডালৰ সখা হৈবেক ব্রাহ্মণ।
এহি মতে অধোগতি হৈবে প্রজাগণ॥ ৪৯১
সংক্ষেপে পাষণ্ড কলা কহিলো তোমাত।
লোকত মিলিবে যেন বিপত্তি সাক্ষাত॥ ৪৯২
শুনিলাহা দেবী হংস নাৰায়ণ বাণী।
ব্রহ্মাৰ আগত কহি আছন্ত প্রমাণি॥ ৪৯৩
আক যিটো নমানয় সেহি পাপি জন।
তাকেসে শূকৰ বোলে বেদৰ বচন॥ ৪৯৪

পুছিলা যিমান ময় কহিলোহো তাক।
আৰু কিবা শুনিবাহা কহিয়ো আমাক ॥ ৪৯৫
শুনা মহাজনে সবে শাস্ত্ৰৰ সম্মত।
কহয় পুৰুষোত্তম শ্ৰীৰাম ভকত ॥ ৪৯৬
মোত পৰে মূঢ় জন আৰ নাহি কেৱ।
নিজ দাস কৰি মোক লৈয়ো ৰাম দেৱ ॥ ৪৯৭

## দুলৰি

শঙ্কৰৰ হেন বচন শুনিয়া
মহামায়া নমাই মাথ।
হংস কাকি কথা আমাত কহিলা
শুনিলো বৃষভনাথ ॥ ৪৯৮
জামল সংহিতা শুনিবাক ইচ্ছা
আছয় মোৰ সম্প্ৰতি।
কোন বংশে ৰাজা কোন ৰাজ্যে থিতি
কহিয়োক পশুপতি ॥ ৪৯৯
কাহাৰ দেশত কোন ধৰ্ম্ম হৈব
প্ৰজাৰ কোনবা ধৰ্ম্ম।
দাৰুণ কলিত কেন মত হৈব
প্ৰজাৰ কিমত মৰ্ম্ম ॥ ৫০০
ব্ৰাহ্মণ সকলে কাক আচৰিবে
লোকৰ হৈবে কি গতি।
কাহাৰ ৰাজ্যত হৈবে কি নহৈব
প্ৰসিদ্ধ যিটো ভকতি ॥ ৫০১

কোন কোন ৰাজা বসুধা পালিব
কাৰ পৰমায়ু কত।
লোকৰ সমৃদ্ধি কতেক হৈবেক
দুৰ্ঘোৰ কলি কালত॥ ৫০২
কোন ৰূপে হৰি কাহাতে ৰহিব
কোন দেশে অৱতাৰ।
কলিৰ কালত কোন পুণ্যে গতি
কহিয়ো তাৰ বিচাৰ॥ ৫০৩
তুমি নিজ স্বামী তোমাত পোছোহো
তুমিহে আমাৰ গুৰু।
তিনিয়ো কালৰ তিনি কৰ্ম্ম কৈলা
তুমি ব্ৰহ্ম কল্পতৰু॥ ৫০৪
প্ৰিয়াৰ বচনে জগত ঈশানে
প্ৰেমত মজিয়া ৰৈলা।
হৰিক মনত স্মৰিয়া দেৱীত
পুনু কহিবাক লৈলা॥ ৫০৫

*পদ*

ভগবান বদতি শুনিয়ো দিগম্বৰি।
আদি জামলৰ কহোঁ সাৰক উদ্ধাৰি॥ ৫০৬
যাহাক জানিলে ৰাজা সবে বুজে কাজ।
হোৱে শ্ৰী আয়ু বহুদিন ভুঞ্জে ৰাজ॥ ৫০৭
বসুধা পালিব হৈব আতি খ্যাতিমন্ত।
মহন্ত হৈবন্ত অন্তে মুকুতি পাইবন্ত॥ ৫০৮

কহো ৰাজা হৈবে মহা মূঢ় অতিশয়।
মন্ত্রী হৈবে সিয়ো কিছো তত্ত্ব নজানয় ॥ ৫০৯
যাহাৰ ৰাজ্যৰ প্রজা মহা সুখি হৈব।
আপুনি নিয়মে সিটো লোকক পালিব ॥ ৫১০
লোক হিত বিনে সিটো নিচিন্তিবে আন।
মূর্খ ৰাজা হৈবে কতো জানিবা প্রধান ॥ ৫১১
টেটন নৃপতি সব হৈবেক কুদাতা।
এৰিবে আচাৰ নামানিবে পিতা মাতা ॥ ৫১২
মন্ত্রীয়ো হৈবেক তাৰ ডকাইতৰ নয়।
তাহাৰ ৰাজ্যত মহা অনর্থ মিলয় ॥ ৫১৩
ই কথা থাকোক শুনা আৰব কাহিনী।
সুফল্ক নামত আছে দেশ এক খানি ॥ ৫১৪
পৃথিবীত কৰি দশ যোজন ডাঙ্গৰ।
তাত সমাগম আৰ নাহি মনুষ্যৰ ॥ ৫১৫
আছোক মনুষ্য দেবতাৰো দেখা নাই।
অন্তক সময়ে মই তাতে থাকো যাই ॥ ৫১৬
অনন্ত ব্রহ্মাণ্ড জন ব্রহ্ম লোক হন্তে।
সেই নৌকা মোক সাজি দিলা ভগৱন্তে ॥ ৫১৭
দীর্ঘে প্রস্থে হোৱে কল ষাঠি প্রহৰৰ।
মহা প্রলয়ত ভগ্ন নাহি সি থানৰ ॥ ৫১৮
তাতে ব্রহ্মময় বট বৃক্ষ আছে এক।
চাৰি যোজনক বেঢ়ি আছয় প্রত্যেক ॥ ৫১৯
নাহি চন্দ্র সূর্য্য বায়ু দেৱৰ সঞ্চাৰ।
আপুনি প্রকাশে স্থান জ্যোতির্ম্ময় সাৰ ॥ ৫২০

সুদৰ্শন নামে নদী চৌপাশে বহয়।
বৃক্ষৰ নিজ্জিৰা জল মহা শোভনয়॥ ৫২১
তাত ক্ষুধা তৃষ্ণা নিদ্ৰা একো নাহি হয়।
বহু ৰম্য ফল পুষ্পে আমোদিত হয়॥ ৫২২
হীৰা মৰকতে থান খান মনোহৰ।
আপুনি ঈশ্বৰে নিৰ্ম্মি আছে সৰোত্তৰ॥ ৫২৩
তাতে বুদ্ধ অৱতাৰ ধৰিবন্ত হৰি।
থাকিবন্ত লোকৰ কৰ্ম্মক দৃষ্টি কৰি॥ ৫২৪
কলি আগ্ৰহিবে যত লোক নিৰন্তৰ।
ভাঙ্গিবে চাৰিয়ো, পদ দাৰুণে ধৰ্ম্মৰ॥ ৫২৫
বুদ্ধ ৰূপ ধৰি হৰি নমাতি ৰহিব।
ভাল মন্দ নাহি কিছু বাক্য সুবুলিব॥ ৫২৬
বুদ্ধ অৱতাৰৰ চৰিত্ৰ যত যত।
তোমাৰ আগত মই কহিবোহোঁ কত॥ ৫২৭
কতো বেলা হাস্য মাত্ৰ দান্ত দৰশন্তে।
পাপ ন্যায় নীতি কৰ্ম্ম সবাকো দেখন্তে॥ ৫২৮
তান লগে শতাধিক মুনিৰ বসত।
তেসম্বেসে বক্তা হৈব তাহান লগত॥ ৫২৯
যেন কলা জৰা লোক বসিয়া থাকয়।
মুনি সবে তান আগে কহে কথাচয়॥ ৫৩০
মাথা জঙ্কাৰণ কৰি থাকিবাক কয়।
পাপ পুণ্য কাৰো কিছু চিকীৰ্ষা নকয়॥ ৫৩১
যিবা- যেহি কহে তাক শুনিয়া ৰহিব।
এহিমতে বুদ্ধ ৰূপ ঈশ্বৰে ধৰিব॥ ৫৩২

ঈশ্বৰৰ ইচ্ছা ব্ৰহ্ম বক্তা মুনি যত।
ইচ্ছা মাত্ৰে তাৰা সব মিলিবে লগত॥ ৫৩৩
কলি পাপিষ্ঠৰ দেখিবন্ত বল বুদ্ধি।
যত চিত্ত বিত্ত পায়ে কৰিবে আসুদ্ধি॥ ৫৩৪
তাতে বুদ্ধ পাষণ্ড হৈবেক যত যত।
সিটো সবে বলী হইবে কলিৰ লগত॥ ৫৩৫
পূজা মন্ত্ৰ বিধি কিছু নবৈৰব কলিত।
হৰি নাম বিনে সবে হৈবেক বৰ্জ্জিত॥ ৫৩৬
এক হৰি নাম মাত্ৰ লোকৰ মুকুতি।
তাত পৰে আন মতে নপাইবেক গতি॥ ৫৩৭
অন্ত্যজো চাণ্ডাল যদি লৱে হৰি নাম।
বাহ্মণ্য গুনিয়া বিপ্ৰে নুহিবে সমান॥ ৫৩৮
বুদ্ধ অবতাৰ কৈলো শুনা বুদ্ধ কলা।
চাহিয়া ৰহিবা যাৰ যেন জ্ঞান ভালা॥ ৫৩৯
কতো কতো ধূৰ্ত্ত নৰে ধৰি বেশচন্ন।
শিৰে জটা ভস্ম ধূলি কৰিবে পিন্ধন॥ ৫৪০
কটিত কপীন কতো কৰিবেক ভালা।
পিন্ধিবে চন্দন ৰক্ত ৰুদ্ৰাক্ষৰ মালা॥ ৫৪১
কৰিবে ভূষিত তাৰ সকলে কপাল।
হেন বেশ ধৰি আতি ভাণ্ডিব সকল॥ ৫৪২
গ্ৰাম কথা কহি বিপ্ৰে মুহিবে লোকক।
ৱেদ অৰ্থ নুবুজিব মদ যে গৰ্ব্বত॥ ৫৪৩
মৃতকৰ দান লৈবে মহা আনন্দত।
সেই দান লৈয়া তেবে দেহা প্ৰবৰ্ত্তান্ত॥ ৫৪৪

মৃত্যুঞ্জয় শ্মশানৰ দেৱ অধিপতি।
সেই শূদ্র শৌচ নষ্ট হৈব দ্বিজ জাতি॥ ৫৪৫
নজানয় মন্ত্র বেদ অর্থক নজানে।
কেৱল দানক লই মহন্ত বখানে॥ ৫৪৬
বেদ স্মৃতি নকৰে নেই কাঞ্চন দান।
আপুনি অল্পতে নষ্ট বংশক দহন॥ ৫৪৭
স্বৰূপ কহিলো দেবী কলিৰ বিপ্রৰে।
বলে মই ব্রহ্ম তনু বুলি দর্প কৰে॥ ৫৪৮
সন্ধ্যা যে আহ্নিক নিত্য সেৱা যে বর্জ্জিত।
শূদ্রৰ আচাৰ সিটো চণ্ডালতোধিক॥ ৫৪৯
তাহাক প্রণাম দিলে হৈব যে কুগতি।
শূদ্রত লৈবেক নাম নিজ নামাখ্যাতি॥ ৫৫০
ব্রহ্ম মন্ত্র বেদৰ সাৰৰ সাৰ তত্ত্ব।
সেহি গায়ত্রিত আছে ব্রহ্ম যে সাক্ষাত॥ ৫৫১
সেহি জন বিপ্র বুলি জানে দেৱগণ।
নিজ আচাৰত দান কৰিব গ্রহণ॥ ৫৫২
তাহাক্কেসে দিলে দান শূদ্রৰ হৈবে ফল।
তোমাৰ আগত দেবী কহিলো সকল॥ ৫৫৩
পূর্ব্বে বুলি আছো অন্ত্যজ দ্বিজ চয়।
মত্ত গর্ব্বে নানা অহঙ্কাৰ যে কৰয়॥ ৫৫৪
লোক দেখিবেক বুলি পিন্ধে ফালি ফোটা।
তুলসী রুদ্রাক্ষৰ মালা ধৰি জোটা জোটা॥ ৫৫৫
আগৰ চন্দন গাৱে কৰিব ভূষিত।
ধৰিবেক দিব্য দেহা লোকক ভাণ্ডিত॥ ৫৫৬

কর্ণত কহিব কথা জপি মোল্ল নাম।
বর্ণাচাৰ এৰি কৰিবেক মন্দ কাম॥ ৫৫৭
লোকৰ দুর্নীতি সবে হৈবে মন্দমতি।
আকে ধর্ম্ম বুলি লোকে মানিবে সম্প্ৰতি॥ ৫৫৮
বিপ্র সবে যেন মতে কৰিবেক কার্য্য।
পাষণ্ড কলিয়ে লৈবে সমস্ত সমাজ॥ ৫৫৯
চৰাচৰ ফোট ধুতি মাটিত লুটিব!
হাতত বলয়া কর্ণে সুবর্ণ পিন্ধিব॥ ৫৬০
বহুত বস্কিয়া ফুৰিবেক নানা স্থান।
লোকে বুলিবেক এন্তে পণ্ডিত গহণ॥ ৫৬১
বহুতৰ দ্রব্য আনি কৰি এক ঠাই।
আখৈ পিষ্ট কলা আলু কড়াই মিঠাই॥ ৫৬২
দধি অন্ন ক্ষীৰ শাক দ্রব্য বহুতৰ।
প্রবন্ধ কৰিয়া অনাই লৈবেক লোকৰ॥ ৫৬৩
তন্ত্র মন্ত্র কৰিয়া ভাণ্ডিবে জগতক।
ধন ধান্য পাইবে দেখাইবে শাস্ত্রক॥ ৫৬৪
কতো বলি হংস ছাগ দিবে নানা মত।
আকে দিলে মুক্তি পাইবি থকিবি স্বর্গত॥ ৫৬৫
মোহোৰ সমান পূজা কোনেবা জনাই।
মই পূজা দিলে তুষ্ট হৈবেক কালী আই॥ ৫৬৬
মাংস লুভি বিপ্র সবে পেট প্রবর্ত্তাই।
আৰু বেদ শাস্ত্র তাৰ কিছু নজানই॥ ৫৬৭
হেন বুদ্ধ সবক দেখিবে কলি মন্দ।
মোৰ কার্য্য সিদ্ধ বুলি কৰিবে আনন্দ॥ ৫৬৮

বদতি শঙ্কৰ আৰে শুনিয়ো পাৰ্ব্বতী ।
এহি বৌদ্ধ কলা আৰ দেখিবাহা নীতি ॥ ৫৬৯
মহাজনে সবে কাৰ্য্য আচৰিবে মন্দ ।
শিষ্যৰ কাৰণে বহু কৰিবেক দম্ভ ॥ ৫৭০
মোৰ মোৰ ভক্ত বুলি কৰিবে বিবাদ ।
নহৈবেক শ্ৰদ্ধা পুৰুষাৰ্থৰ আহ্লাদ ॥ ৫৭১
লৈবে কৰ ভাৰ মাত্ৰ সাধিয়া লোকৰ ।
ধনক লাগিয়া হৈবে আক্ৰোশ বিস্তৰ ॥ ৫৭২
লোকৰ কুশল কিছু নকৰিবে মন ।
খাইবেক লাগিয়া মাত্ৰ কৰিবে যতন ॥ ৫৭৩
হৈবে হিংসা বাদ খল কৰিবে সন্তক ।
আপোনাৰ মুখ মাত্ৰ চাহিবেক তাক ॥ ৫৭৪
নকৰিবে প্ৰেম ভাৱ কৰি কপটক ।
তৰ্ক বাদে বিতণ্ডা কৰিবে বৈষ্ণৱক ॥ ৫৭৫
শ্ৰৱণ কীৰ্ত্তন ভক্তি আক নাদৰিবে ।
অন্যো অন্যে মনে মাত্ৰ দ্বেষ আচৰিবে ॥ ৫৭৬
মহন্তৰো হৈবে লোভ মোহ ক্ৰোধ কাম ।
ঐশ্বৰ্য্য বিভূতি মাগিবেক অবিশ্ৰাম ॥ ৫৭৭
নকৰিবে ভূত দায়া থাকিবেক বহি ।
নাম দান কৰিবেক ঘৰে ঘৰে বহি ॥ ৫৭৮
তঞিঁ মঞিঁ ভেদ বুদ্ধি সুগুচিবে মনে ।
কৰিবেক বাদ মাত্ৰ দেহাৰ কাৰণে ॥ ৫৭৯
মহন্তে মহন্তে হৈবে কন্দল দুৰ্ব্বাৰ ।
নহৈব আদৰো কাৰো নাহি সতকাৰ ॥ ৫৮০

নহৈবেক মন দিগম্বৰ প্ৰেম ভাৱ।
দিব্য বস্ত্ৰ অলঙ্কাৰে মণ্ডিবেক গাৱ॥ ৫৮১
হৈবে আসকতি আতি স্ত্ৰী সুবৰ্ণত।
ধৰ্ম্ম বখানিবে বসি উচ্ছ আসনত॥ ৫৮২
তাতে বিপ্ৰ সবো হৈবে খলুয়া ৰাক্ষস।
মহন্তকো দিবে দুখ লগাই মহাক্লেশ॥ ৫৮৩
এহি মতে হৈবে মহা পাপিষ্ঠ বৰ্ব্বৰ।
কলিযুগে নাশ হৈবে আচাৰ লোকৰ॥ ৫৮৪
যেহিজন বলৱন্ত হৈবে মহাজন।
কৰিবে অকাৰ্য্য দিয়া বহু ক্ষতিধন॥ ৫৮৫
সাধুক পীড়িবে কৰিবেক কুট নাট।
হৈবেক ৰাজাৰ মহা দাৰুণ ললাট॥ ৫৮৬
অটব্য গহণে দেহা যাইবে প্ৰজা যত।
মিলিবে মৰক হৈবে দুৰ্ভিক্ষ লোকত॥ ৫৮৭
যাইবে অধোপাতে সবে লোক নিৰন্তৰ।
নহৈবেক তাত লোক সুখি একোনৰ॥ ৫৮৮
পাছে কতো কালে লোক হৈবে বুদ্ধি ক্ষীণ।
শ্ৰৱণ কীৰ্ত্তন ভক্তি হৈবেক বিহীন॥ ৫৮৯
স্ত্ৰীবলে হৈবে ৰাজা লোকত মলিন।
সকল হৈবেক লোক স্ত্ৰী পৰাধিন॥ ৫৯০
অধৰ্ম্মে যুৰিবে সবে হৈবে একাকাৰ।
ৰাজাৰ আচাৰ হৈবে প্ৰজাৰ আচাৰ॥ ৫৯১
হংস ছাগ বলি পূজা কৰিবে বিধান।
যতেকে লোকৰ হৈবে নৰকত থান॥ ৫৯২

কহিলো তোমাত মধ্য দেশে ভাৰতৰ।
বৰ্ণত শঙ্কৰ হৈব প্ৰজা নিৰন্তৰ॥ ৫৯৩
ম্লেচ্ছ ৰাজা হৈব নাশ শূদ্ৰ হেবে ৰাজা।
তাহাতে খাটিবে জানা বহুত্তৰ প্ৰজা॥ ৫৯৪
হৈবেক লোহিত কোলে ৰাজাৰ নগৰ।
সান্তনু নন্দন আতি তীৰ্থ মনোহৰ॥ ৫৯৫
তাহাতে হৈবেক পুৰি সুবৎসল।
হয় হস্তি ৰথ গজে ছত্ৰে সুনিৰ্ম্মল॥ ৫৯৬
হৰবিন্দ নাম তাৰ হৈবে নৰপাল।
চন্দ্ৰপ্ৰভা নাম হৈব নগৰী বিশাল॥ ৫৯৭
সিটো নৃপতিৰ হৈব দেব ধৰ্ম্মে ৰতি।
বিপ্ৰ বাক্য নকৰিবে বুঝিয়া প্ৰবৃত্তি॥ ৫৯৮
পাঞ্চ ধিক ষাঠি বৰ্ষ পালিবেক মহী।
এৰিব বিপ্ৰৰ বাক্য কলিক নিগ্ৰহি॥ ৫৯৯
কৰিবেক যজ্ঞ কাৰ্য্য বেদৰ বিহিত।
মহা দান ধৰ্ম্মে প্ৰজা কৰিবে নিশ্চিত॥ ৬০০
তাত পাছে মৰি সিটো পাইবে বিষ্ণু থান।
তাহাৰ তনয় ৰজা হৈবেক প্ৰধান॥ ৬০১
কুশাৰণ্য নাম তাৰ হৈবেক প্ৰখ্যাত।
কুশৰ মূলত জাত হৈবেক তথাত॥ ৬০২
অসংখ্যাত সুৰ্য্য বিপ্ৰ সঙ্গে কৰি নিব।
পিপ্লাবন তীৰ্থে যাই আদিত্য পূজিব॥ ৬০৩
বিংশাত দিবসে দেখা দিব দিবাকৰ।
সবে ৰাজ্য পালিবাক লৈবে মহাবৰ॥ ৬০৪

জম্বুদ্বীপ মধ্য যত আছে মহিপাল।
সবাকো দিয়োক মোক কৰিবাক পাল॥ ৬০৫
এহি বৰ দিয়ো মোক দেব দিবাকৰ।
মন বাঞ্চা পুৰিয়োক তযু সেৱকৰ॥ ৬০৬
দিবন্ত আদিত্য বৰ হৌক মনপুৰ।
অবিশ্ৰান্তে পূজা কৰা পাৰ্ব্বতী শঙ্কৰ॥ ৬০৭
এতেকেসে হৈব সিটো লোক অধিকাৰ।
সকল লোকৰ সিটো লৈবে কৰভাৰ॥ ৬০৮
গৌৰে কামৰূপে আৰু জয়ন্তা মগধে।
হৈবে একছত্ৰে ৰাজা অতি বিদগদে॥ ৬০৯
তাহাৰ নগৰ হৈব নামে ৰত্নপুৰ।
শ্ৰৱণ কীৰ্ত্তন ভক্তি হৈবেক প্ৰচুৰ॥ ৬১০
বিংশতি অধিক শত বৰিষ প্ৰখ্যাত।
পালিবে ধৰণী তাৰ নাহিকয় পাত॥ ৬১১
পাছে তাৰ শত আয়ু হৈবে সমাপতি।
সান্তনুয়ে স্বৰ্গ ভোগ কৰিবন্ত আতি॥ ৬১২
হৈবে সাত পুত্ৰ তাৰ লোকে নসহিব।
সাত খণ্ড কৰি ৰাজ্য বিভাগিয়া লৈব॥ ৬১৩
তাতে কলি দোষে বিপ্ৰগণে বিভাগিব।
বহুতৰ বিপ্ৰ সবে কুবুদ্ধি দৰ্শাইব॥ ৬১৪
মহন্তক পীড়িবেক হৈব অহঙ্কাৰ।
নহৈবেক তাত হৰি ভকতি প্ৰচাৰ॥ ৬১৫
অল্প আয়ু অল্প শস্য হৈব ধৰণীত।
পাপে আগ্ৰহিব লোক হৈবেক বৰ্জ্জিত॥ ৬১৬

কহিলোহোঁ শূদ্ৰ কলা তোমাত পাৰ্ব্বতী।
আৰু কিবা শুনিবাক আছে তব মতি॥ ৬১৭
শুনা বুদ্ধ জন লৈয়ো কথাৰ প্ৰমাণ।
ভগবান হৰে কহি আছে বিদ্যমান॥ ৬১৮
হৰি নাম বিনে ৰাজা প্ৰজা সবে যত।
বিফলে সবাৰো আয়ু হোৱে সমাপত॥ ৬১৯
বোলয় পুৰুষোত্তম এৰি আন কাম।
সুখে দুখে মুখে নছাৰোক হৰি নাম॥ ৬২০

## ছবি

হেন শুনি মহামায়া স্বামীত বিনাস্ত পাছে
কৈয়ো কথা আগে ভগবান।
কোন ৰাজ্যে কতোমান কোন কৰ্ম্ম আচৰিবে
ৰাজাসব হৈবেক প্ৰধান॥ ৬২১
কত মান দিন কলি লোকক কৰিবে পীড়া
তাৰ গতি হৈবে কেন মত।
মহা মহা পাপ ৰাশি লোক সব নাশ হৈব
অল্প আয়ু হৈবেক সতত॥ ৬২২
বুদ্ধ বিপ্ৰ সব যত কেন মতে নাশ হৈব
লোক সব হৈব কেন ঠান!
কত মান সুখ দুখ ভুঞ্জিবেক লোকগণে
শুনো তাক কহা বিদ্যমান॥ ৬২৩

কোন বংশে ৰাজা হুই বসুধা পালন কৰি
কৰ্ম্ম ধৰ্ম্ম হৈবেক কি মত।
তাহাক শুনিবে মোৰ বৰ ইচ্ছা আছে প্ৰভু
মোৰ আগে কহিয়ো সাম্প্ৰত ॥ ৬২৪

*পদ*

শঙ্কৰ বদতি দেবী শুনিয়ো পাৰ্ব্বতী।
হেনতো দুৰ্জ্জন কলি পাপৰ সম্প্ৰতি ॥ ৬২৫
তাহাত হৈবন্ত হৰি ভকতি প্ৰধান।
শুনা সাৰধান মনে যেন ভক্তি জ্ঞান ॥ ৬২৬
দুৰ্জ্জনৰ ভৰে মহী পায়া বৰ দুখ।
পাতালে পশিবে মনে ভৈলন্ত সমুখ ॥ ৬২৭
পাপ ভৰে গাৱ নসহয় ধৰণীৰ।
শুনি গান্থি পাছে মন কৰিবন্ত থিৰ ॥ ৬২৮
আছে মহাৰাজা বলি ত্ৰৈলোক্যতে সাৰ।
তেহেন্তে মোহোৰ কৰিবন্ত প্ৰতিকাৰ ॥ ৬২৯
এহি বুলি চলিবন্ত সতী বসুন্ধৰী।
বলিৰ অন্তেসে যাই প্ৰবেশে সুন্দৰী ॥ ৬৩০
দেখি দৈত্যপতি কৰিবন্ত সতকাৰ।
কহিবন্ত দুখ দেবী ক্লেশ আপোনাৰ ॥ ৬৩১
পাতকি প্ৰজাৰ ভৰ সহন নজায়।
অসন্ত বাদিৰ কত কহিবো অন্যায় ॥ ৬৩২
দুৰ্জ্জন নৃপতি সবে নাশে মহন্তক।
দুষ্ট শঠ দাম্ভি সবে মাৰয় লোকক ॥ ৬৩৩

ম্লেচ্ছ ৰাজা সবে কৰে লোকক বিঘাত।
স্ত্ৰী বলে কাঢ়ি নেই নাহিকে সঞ্জাত॥ ৬৩৪
লোকৰ জীৱিকা নাশি পোষয় উদৰ।
প্ৰাণীক হিংসিয়া খাই মাংস শৰীৰৰ॥ ৬৩৫
বিপ্ৰসবে ম্লেচ্ছ চাণ্ডালৰ অন্ন খাই।
ভৈলেক পাষণ্ড বিপ্ৰসব সুদ্ধি নাই॥ ৬৩৬
ম্লেচ্ছ নৃপতিক সেৱা কৰে অনুক্ষণ।
ব্ৰাহ্মণ্য গুণৰ কিছু নাহিকে সন্ধান॥ ৬৩৭
লোকৰ মাংসক খাই যেহেন ৰাক্ষস।
ছলে বলে হৰিনেই লোকৰ সৰ্ব্বস্ব॥ ৬৩৮
যজন যাজন কৰ্ম্ম অনুমানো নাই।
পেট পুষিবাৰ যত্ন চাণ্ডালৰ প্ৰাই॥ ৬৩৯
নানা তৰ্ক শাস্ত্ৰ বিহি কৰৈ বলি দান।
ৰতয় অসন্ত বাক্য ব্যাধৰ সমান॥ ৬৪০
দ্বিজ হৈয়ো কৰে ক্ৰয় বিক্ৰয় বেহাৰ।
কৰয় মদ্যক পান নাহিকে বিচাৰ॥ ৬৪১
হৈবেক খলুয়া কষ্ট দেই মনুষ্যক।
পুত্ৰ পত্নী পুষি নাশ কৰয় লোকক॥ ৬৪২
হৰি হৰি লোকৰ মিলিলা বিসঙ্গতি।
বিহিত কৰ্ম্মক লোকে তেজিলা সম্প্ৰতি॥ ৬৪৩
কাৰিকৰ সবো ভৈলা পাষণ্ড পৰাই।
ৰাজস্বক দেবস্বক হৰে সমুদাই॥ ৬৪৪
শুদ্ধ সুবৰ্ণক মানে অশুদ্ধ কৰিব।
নাহি সত্য ধৰ্ম্ম শৌচ অন্যায় আছৰিব॥ ৬৪৫

চুৰি কৰি আন সঞ্চয়ণ কৰে ধন।
এতেকে পাষণ্ড লোক হৈবেক দুৰ্জ্জন॥ ৬৪৬
তাৰ ভাৰ সহিবে মোহোৰ শক্তি নাই।
এতেকে কহিলো মঞিঁ তোমাসাৰ ঠাই॥ ৬৪৭
যেন মতে ৰহিবো মোহোৰ হৈবে থিতি।
সেহি মতে হিত আচৰাহা দৈত্যপতি॥ ৬৪৮
হেন বাণী শুনি পাছে দৈত্যৰ ঈশ্বৰ।
ধৰণীক আশ্বাসিয়া চলিল সত্বৰ॥ ৬৪৯
মনোময় গজস্কন্ধে চড়ি ইন্দ্রসেন।
পাই বাৰাণসী থান কালান্তক যেন॥ ৬৫০
তথাত আছন্ত মনি নাম দেশখ্যাত।
পৰিবাৰ সমে কলি আছয় তথাত॥ ৬৫১
মনোময় সভাখন তথাতে দেখিল।
দূৰ হন্তে বিৰোচন সুতে আকলিল॥ ৬৫২
কাম ক্রোধ লোভ মোহ হিংসা মৎসৰক।
দম্ভ দ্বেষ অহঙ্কাৰ ইৰিষা গৰ্ব্বক॥ ৬৫৩
অসত্য অদয়া মিচা অন্যায়ক আদি।
প্রকটিয়া লোক সব ৰহিছে প্রমাদি॥ ৬৫৪
হেন সভা খান তাৰ দেখি চমৎকাৰ।
দেখিয়া বলিৰ খেদ মিলিল অপাৰ॥ ৬৫৫
হৰি হৰি লোকৰ মিলিল অমঙ্গল।
পাপী কলি বিনাশিবে ধৰ্ম্মক সকল॥ ৬৫৬
তাৰ লগে আছে বিশ্বজিত দ্বিজবড়।
পৰম পাষণ্ড বিপ্র অন্যায়ৰ ঘৰ॥ ৬৫৭

মিছা তন্ত্র মিছা বাদ মিছা হিংসাচয়।
অহঙ্কাৰ আদি মন্ত্র ব্রাহ্মণে চচ্ছ´য় ॥ ৬৫৮
আৰু মন্ত্রী সব আছে অবহিতে চাই।
জগতক বশ্য কৰি লৈলে কলিৰাই ॥ ৬৫৯
শঙ্কৰ বদতি দেবী শুনিয়ো পাৰ্ব্বতী।
পাপী কলি সাগৰত মজিলা সম্প্রতি ॥ ৬৬০
তাক উদ্ধাৰিবে মনে সন্ত বলি ৰাই।
ধৰণীৰ দুখ দেখি কৰিবে উপাই ॥ ৬৬১
অনন্ত মহিমা মহা মহন্ত সবৰ।
তাসম্বাৰ আগে কোন কলি অল্পতৰ ॥ ৬৬২
এহি মতে মহা ধীৰ বলী দৈত্যপতি।
কলিৰ কাৰ্য্যক যেবে দেখিলেক আতি ॥ ৬৬৩
মনে বোলে কিনো আৰ মহত্ত দুৰ্জ্জয়।
ভালেতো ইহাৰ ভাৰ ধৰণী নসয় ॥ ৬৬৪
এহি বুলি ধিৰে ধিৰে ওচৰ চাপিব।
সিবেলাত কলি ৰাজা বলিক দেখিব ॥ ৬৬৫
কোন গোট আসে ইটো হস্তিৰ কান্ধত।
কলি নৃপতিক শঙ্কা নাহিকে মনত ॥ ৬৬৬
কলি বোলে কিছু ভয় নাহি আৰ মনে।
স্বেত ছত্র ঘেলাৱয় আমি বিদ্যামানে ॥ ৬৬৭
এত হন্তে বলিৰাই চাপিলা ওচৰ।
তাৰ মন্ত্রী গণে খৰে পুছিলা উত্তৰ ॥ ৬৬৮
কোন জন তুমি আসি আছা হস্তি কন্ধে।
মাথে স্বেত চামৰ ভূষিত নানা বন্ধে ॥ ৬৬৯

বাৰাণসী ছেড়াই ধৰ্ম্মনাশ নামে পুৰ ।
ইহাত পশিলা আসি কথেৰ ঠাকুৰ ॥ ৬৭০
জাবে নতু ৰণ্ড ভণ্ড কৰে মন্ত্ৰিগণে ।
তাৱত পশিয়ো গৈয়া আপোন ভৱনে ॥ ৬৭১
হেন দেখি তাৰ পাছে যত বীৰ চয় ।
খলিক সমুখ হুইয়া সমৰ কৰয় ॥ ৬৭২
কামে কামবাণ হানে নানান প্ৰকাৰ ।
ক্ৰোধে হানিবেক ক্ৰোধে বাণ বাৰে বাব ॥ ৬৭৩
দম্ভে মোহে লোভে সব হানিবে ঘণ্টাই ।
মহন্ত বলিৰ তাত গণা গণ নাই ॥ ৬৭৪
হিংসা অহঙ্কাৰ ৰাগ দ্বেষ মৎসৰৰ ।
সহিবন্ত আনো যত বাণ নিৰন্তৰ ॥ ৬৭৫
আকাশ ঢাকিয়া ছত্ৰ চামৰক ঢাকি ।
মিছা তৰ্ক আদি বাণ হানিবেক টাঙ্কি ॥ ৬৭৬
অসন্ত অদয়া আৰু আহাৰ আলাশ ।
জল্পনা কুবৃত্তি আনো মোহ নাগপাশ ॥ ৬৭৭
অকৰ্ম্ম অসূয়া হিংসা কুকথা জল্পন ।
হাস পৰিহাস মিছা ভয় নিদ্ৰা বাণ ॥ ৬৭৮
এহি মতে আনো নানা যত অস্ত্ৰ চয় ।
বৈষ্ণৱ বলিক কলি সন্তে প্ৰহাৰয় ॥ ৬৭৯
পৰম ভকত বিৰোচনৰ তনয় ।
তাঙ্ক কি ভেদিবে পাৰে সিটো শৰচয় ॥ ৬৮০
ৰাম নাম অভেদ কৱচ প্ৰভাৱত ।
হৰি পাদ সেৱা খাণ্ডা ধৰিয়া হাতত ॥ ৬৮১

একান্ত শৰণ যিটো মহন্ত সঙ্গত।
পিয়ো ৰাম নাম ৰস হুয়া এক মত ॥ ৬৮২
তাঙ্ক কি কৰিতে পাৰে কলি হুৰাচাৰে।
যেন মূঢ়ে মুঠি হানে পাথৰ উপৰে ॥ ৬৮৩
হৰি ভকতক যত হুৰ্জনে পীড়য়।
আতি অল্প কালে সিটো আপুনি নাশয় ॥ ৬৮৪
তুমিও পাৰ্ব্বতী লোৱা কৃষ্ণত শৰণ।
হৈবাহা অমৰ তুমি গুছিবে মৰণ ॥ ৬৮৫
তুমি আমি হুয়ো কৰো কৃষ্ণত ভকতি।
তেবে আমাসাক কোনে পাৰে পৰিধিতি ॥ ৬৮৬
পাৰ্ব্বতী বদতি প্ৰভু জগত ঈশান।
তুমি কাক ভজা কোন ঈশ্বৰ প্ৰধান ॥ ৬৮৭
কেই জন ঈশ্বৰ কাহাৰ কিবা নাম।
কোন কৈতে থাকে কোনে কৰে কিবা কাম ॥ ৬৮৮
আমি জানো তুমি বিনে নাহিকে অপৰ।
জগতৰ হৰ্ত্তা কৰ্ত্তা তুমি মহেশ্বৰ ॥ ৬৮৯
তুমি বোলা আচন্ত ঈশ্বৰ মহা হৰি।
কোন থানে থাকন্ত কোনবা ৰূপ ধৰি ॥ ৬৯০
ভালমতে মোক প্ৰভু দিয়োক চিনাই।
তোমাত শৰণ মোক দিয়োক দঢ়াই ॥ ৬৯১
শঙ্কৰ বদতি শুনা ভবানি বচন।
শুনিয়োক কহো মঞি কথাৰ কাৰণ ॥ ৬৯২
জগত অন্তক মঞি কাল ৰুদ্ৰ হৰ।
সকল কালৰ মঞি দাস মাধবৰ ॥ ৬৯৩

মোৰ ভাৰ্য্যা হুয়া এন্তে বলি পূজা খাই।
আজি মোৰ ভাৰ্য্যা ভাৰ গুচাইবোহো দাই ॥ ৬৯৪
মহা ঘোৰ ৰূপ ধৰি লোক বিনাশয়।
মহা মায়া প্ৰকৃতিও এহেন্তে হোৱয় ॥ ৬৯৫
এহি শুণি মৌন ভাৱে আছে ত্ৰিপুৰাৰি।
কতোক্ষণে গৌৰীক মাতিলা হাস্য কৰি ॥ ৬৯৬
শঙ্কৰ বদতি দেৱী শুনিও পাৰ্ব্বতী।
মঞি মাধৱৰ দাস জানিবা সম্প্ৰতি ॥ ৬৯৭
তুমিয়ো হৈবাহা দাসী তেবে সিজে কায।
মোৰ আৰু নাহি কিছু তোমসাত বাজ ॥ ৬৯৮
মঞি দিগম্বৰ তুমি হৈবা দিগম্বৰী।
মুণ্ড মালা জটা অৰ্থ কৈলা শূলধাৰী ॥ ৬৯৯
কটি বাঘ ছাল সৰ্প আৰু লোক বিষ।
মালাৰ কাহিনী শুনি দেৱীৰ হৰিষ ॥ ৭০০
প্ৰেত থানে থাকি যত লোক কৰো কাল।
সকলো প্ৰকাৰে ভৈল শঙ্কৰ ইশান ॥ ৭০১
এহি মতে দেহ ভস্ম অৰ্থ কহিলন্ত।
সংসাৰক ভস্ম অৰ্থ দেৱী মানিলন্ত ॥ ৭০২
দেহ ছাই মাটি হয় অগ্নি দাহ কৰে।
মৰি মৰি উপজে সংসাৰ নাম তাৰে ॥ ৭০৩
চাৰি বিধ জীৱ তাৰ নপাই সবে অন্ত।
যাবে লোক হৰিত শৰণ নপশন্ত ॥ ৭০৪
হেন জানি তুমি লৱা হৰিত শৰণ।
তোমাৰ আমাৰ গুৰু দেব সনাতন ॥ ৭০৫

আজি ধৰি হৰি গুৰু তাহাঙ্ক জানিবা।
সৰ্ব্ব কৰ্ত্তা ভাব মনে বুঝিয়া ধৰিবা॥ ৭০৬
মঞিও হৰি দাস ভৈলো তুমি হৰি দাসী।
থাকিবোহো দুয়ো জনে হৰিক উপাসি॥ ৭০৭
এতেক কহিয়া হৰে প্ৰেমত মজিলা।
কৃষ্ণ কৃষ্ণ মহা হৰি বুলি উচ্ছাৰিলা॥ ৭০৮
স্বামীৰ ভাবক দেখি পাৰ্ব্বতী গোসানী।
দুই নয়নৰ নিৰ বহে নাসে বাণী॥ ৭০৯
শুনা বুদ্ধ জন হৰ গৌৰী সম্বাদত।
মহামায়া গৌৰী ভৈলা হৰিত ভকত॥ ৭১০
শূদ্ৰ কলা কহি বসুমতী কলা কৈলা।
বলি কলা কহি যুদ্ধ কলাক কহিলা॥ ৭১১
ঈশ্বৰ নিৰ্ণয় পুছি শৰণ প্ৰাৰ্থিলা।
শৰণ কলাক পাছে দেৱীত চৰ্চ্চিলা॥ ৭১২
অনন্ত গহণ শাস্ত্ৰ গৌৰীৰ সম্বাদ।
নিশেষে ইহাক কোনে কহিবে আহ্লাদ॥ ৭১৩
সত্তৰি অধিক ষাঠি হাজাৰ শ্লোকৰ।
বিৰচিলো পদ আমি কলি কালান্তৰ॥ ৭১৪
আমি অল্প মতি শাস্ত্ৰ অগাধ সাগৰ।
শুনিবা মাত্ৰকে হত বুদ্ধি পণ্ডিতৰ॥ ৭১৫
তথাপিতো গুৰু মুখে আমি যি শুনিলো।
গুৰুৰ চৰণ চিন্তি ইহাক লেখিলো॥ ৭১৬
বঢ়াটুটা দোষ আত ক্ষমাসে জুয়াই।
কৰিবাহা নিন্দা যেবে ইটো কথা নাই॥ ৭১৭

শাস্ত্ৰক নচাহি যিটো কৰয় নিন্দন।
কূপত ৰবৰ বেঙ্গ কাকৰ লক্ষণ॥ ৭১৮
মোৰ পদ বুলি যদি কৰয় হেলন।
তথাপিতো শাস্ত্ৰক নিন্দিবে কোন জন॥ ৭১৯
আপুনি ঈশ্বৰ হৰ গৌৰী মহামায়া।
মহা প্ৰকৃতিৰ ৰূপ শঙ্কৰৰ জায়া॥ ৭২০
তাৰা দুইৰ সম্বাদ বেদতো গুঢ় আতি।
পাষণ্ড বৌদ্ধসে জানা নমানিবে আতি॥ ৭২১
বোলয় পুৰুষোত্তমে কৰিয়া মিনতি।
সাধু সবে মোক কৃপা কৰিয়ো সম্প্ৰতি॥ ৭২২
ব্ৰহ্মাসুত একান্ত বৈষ্ণৱ আছে যত।
ৰহোক পিৰিতি মোৰ সবাৰ পাৰত॥ ৭২৩
সবে মহন্তৰ সুধা দুখানি চৰণ।
এক বস্তু সবা হাতে নিমজোক মন॥ ৭২৪
হে শ্ৰীৰামচন্দ্ৰ তুমি পুৰুষ পুৰাণ।
তযু পাৰে প্ৰণামো গুছোক পাপ মন॥ ৭২৫
সন্তত পিৰিতি ৰৌক মুখে তযু নাম।
দুই হস্তে কৰ্ম্ম কৰি নোহোক বিৰাম॥ ৭২৬
ইটো ৰাজ পদে মোক অন্ধ নকৰোক।
ৰাম ৰাম বোলা সবে সভাসদ লোক॥ ৭২৭

---

## দুলড়ী

পাৰ্ব্বতী বদতি দেব পশুপতি
কহিয়ো মোত বুঝাই।
তুমি কাক চিন্তা কাহাক আৰাধা
থাকা তেন্তে কোন ঠাই॥ ৭২৮
কোন নাম কেন মহিমা অপাৰ
তান্ত পৰে আছে নাই।
কোন কেন মতে কাহাক পূজন্ত
কাহাক গাৱে সদাই॥ ৭২৯
তোমাৰ আমাৰ ভজনি ঈশ্বৰ
চিনায়োক ভগৱান।
কোন থানে কোন নিবাস কৰন্ত
কহিয়োক বিদ্যমান॥ ৭৩০
গৌৰীৰ প্ৰশ্নৰ উত্তৰ কহন্ত
প্ৰলয় অন্তক হৰ।
শুনিয়োক মায়া তোমাক চিনাওঁ
ভজনি যিটো ঈশ্বৰ॥ ৭৩১
তিনি বিষ্ণু চাৰি নাৰায়ণ দেৱ
দুই কৃষ্ণ নিৰুপম।
সবাৰো বাহিৰে গোপ্য পৰব্ৰহ্ম
প্ৰসিদ্ধ পুৰুষোত্তম॥ ৭৩২

শান্তানু যে বিষ্ণু শ্বেত বিষ্ণু আৰ
অপৰ বিষ্ণু মাধৱ।
এহি তিনি জনে লোকক পালয়
মুক্ষ দেন্ত মহোৎসৱ॥ ৭৩৩
কাল নাৰায়ণ দেৱ নাৰায়ণ
আৰু কহো নাৰায়ণ।
শ্বেত বিলাসত শ্রীনাৰায়ণ
সবাকো কৰে পালন॥ ৭৩৪
শ্বেত বিলাসত ঊৰ্দ্ধ ভাগ হোৱে
ত্রিশ লক্ষ হাজাৰৰ।
তাহাত সুন্দৰ নিৰ্ম্মল বৈকুণ্ঠ
বন্দনি চৈধ্য লোকৰ॥ ৭৩৫
তাহাঙ্ক সকলে বোলয় কল্পিত
মনে কল্পি বিসৰ্জ্জিলা।
এতেকে তাহাৰ ইচ্ছা বিলাসক
প্রসিদ্ধ নাম কহিলা। ৭৩৬
তাহাতে থাকন্ত দেৱ নাৰায়ণ
জ্ঞানী কৰ্ম্মী অগোচৰ।
কৌটি ব্ৰহ্মা হৰো পাত সবে যদি
অভগ্ন সিটো লোকৰ॥ ৭৩৭
তাহাৰ ঊৰ্দ্ধত তিনিশ লক্ষৰ
হাজাৰ পন্থ উপৰে।
শ্বেত বিলাসক বৈকুণ্ঠ প্রসিদ্ধ
বিস্তাৰি প্ৰকাশ কৰে॥ ৭৩৮

সাত থান পৃথি সাত থান স্বৰ্গ
সবে মিলি যত হয় ।
ইহাক বিভাগী দুই শত ভাগ
বৈকুণ্ঠ জানা হোৱয় ॥ ৭৩৯
তাহাৰ মহিমা কহিবো কভেক
বৰ্ণাইবাৰ শক্তি নাই ।
সহস্ৰ আননে বৰ্ণাই বৰ্ণাই
কহিয়ো অন্ত নপাই ॥ ৭৪০
শ্বেত কল্পিতৰ দুয়ো বৈকুণ্ঠক
কৈলা দেব শূলপাণি ।
সংক্ষেপে পয়াৰে তাঙ্ক নেলেখিলো
পদ বঢ়া হোৱে জানি ॥ ৭৪১

## পদ

শঙ্কৰ বদতি দেৱী শুনিয়ো পাৰ্ব্বতী ।
আবে পূৰ্ণ ব্ৰহ্মাৰ থানৰ যেন নীতি ॥ ৭৪২
শ্বেত বৈকুণ্ঠৰ পৰা হোৱয় অন্তৰ ।
হোৱয় উৰ্দ্ধত আশী লক্ষ হাজাৰৰ ॥ ৭৪৩
ব্ৰহ্মা নন্দ থান সিটো দিব্য ৰত্ন ময় ।
তাহাৰ মহিমা গুণ কেহো নজানয় ॥ ৭৪৪
চাৰিয়ো বৈকুণ্ঠ আৰু ভুবন চৈধ্যয় ।
আত দশ গুণ বঢ়া জানিবা নিশ্চয় ॥ ৭৪৫

মহা জ্যোতির্ম্ময় থান সবাৰো দুর্ল্লভ।
সপ্রেমা কেৱলা ভক্তে পারয় সুলভ॥ ৭৪৬
আছে পূর্ণ সনাতন প্রকাশিত আতি।
দুই খানি ভুজ চাৰু ৰত্নে প্রকাশিতি॥ ৭৪৭
নীল তমালৰ বর্ণ ইন্দিবৰ শ্যাম।
সুন্দৰ শ্রীমুখ কর্ণ নাসা অনুপাম॥ ৭৪৮
নিবীৰ দশন নিন্দি মুকুতাৰ শাৰি।
অৰুণ নয়ন ভ্রুব বল্লৰি বিচাৰি॥ ৭৪৯
সুসম ললাট তাত তিলক বর্ণাই।
কুটিল কুলন্ত ভঙ্গি ভ্রমৰা পৰাই॥ ৭৫০
ৰত্নৰ কীৰিটি জ্বলে আতি বিপৰীত।
চূড়ামণি বান্ধি আছে জুৰায়ে সহিত॥ ৭৫১
সিংহবন্ধ কম্বু, কণ্ঠ কৌস্তভ শোভয়।
শ্রীবৎস পঙ্কতি বন মালা বিৰাজয়॥ ৭৫২
আৰু বৈজয়ন্তি মালা গলে জ্বলে তাত।
কঙ্কণ অঙ্গুদ বিকশিত দুই হাত॥ ৭৫৩
ৰাতুল কোমল কৰতল কিশলয়।
দশ অঙ্গুলিত ৰত্ন আঙ্গুষ্ঠি জ্বলয়॥ ৭৫৪
নীল অঙ্গুষ্ঠিৰ মাঝে জ্বলে হীৰতৰ।
কটি ধুতি পীত ধৰা আতি মনোহৰ॥ ৭৫৫
তাতে ৰত্ন মেখলা কিঙ্কিণী কৰে ধ্বনি।
চৰণৰ আগে লুটে পীত পাত ভুণি॥ ৭৫৬
কৰী কৰ নিন্দি দুই উৰু সুবলীত।
পদ তল ৰাতুল ভকত মনোনীত॥ ৭৫৭

ৰত্ন ময় নূপুৰে কৰন্তে আছে ধ্বনি।
ধ্বজ বজ্র অঙ্কুশ কমল শিৰোমণি ॥ ৭৫৮
কতেক কহিবো ৰূপ গুণৰ মহত্ত।
দিব্য ৰত্ন পালেঙ্কিত থাকন্ত সতত ॥ ৭৫৯
নাহি লক্ষ্মী সৰস্বতী ভুজঙ্গৰ শয্যা।
ভকত সহিতে বসি কৰন্ত বিৰাজ ॥ ৭৬০
লক্ষ লক্ষ অৰ্ব্বদ নিৰ্ব্বদ ভক্ত গণ।
সেবা কীৰ্ত্তনত পৰে আন নাহি মন ॥ ৭৬১
হেনয় থানক মহা পৰম যতনে।
তাহাকেসে দেৱী আমি সেবো সৰ্ব্বক্ষণে ॥ ৭৬২
মঞি তানে দাস হৈবো তুমি হৈবা দাসী।
তাহান সেৱাক মাত্র থাকিবো উপাসি ॥ ৭৬৩
আহাঙ্কেসে মহা হৰি বোলে সাধুজন।
ভক্ত সেৱা বিনে আন নাহিকে সাধন ॥ ৭৬৪
সাধু সেৱা কৰি প্ৰীতি ভকতে সহিতি।
কোটি লক্ষ মাঝত পাৱয় হেন গতি ॥ ৭৬৫
দীৰ্ঘে প্ৰন্থে হোৱে ষাঠি লক্ষৰ প্ৰহৰ।
তাহাৰ মধ্যত স্থান কৰি মনোহৰ ॥ ৭৬৬
তাহাস্তে জানিবা নাম মহদা আনন্দ।
দিব্যৰত্ন ময় পুৰি নাহি নিৰানন্দ ॥ ৭৬৭
যাতো শ্বেত পদ্ম মাঝে বৈকুণ্ঠ নিৰ্ম্মিলা।
এতেকে তাহাক শ্বেত বৈকুণ্ঠ বুলিলা ॥ ৭৬৮
স্কুন্দৰ পৰমানন্দ তাহাঙ্ক বোলয়।
পুষ্প বলাহক সেহি বৈকুণ্ঠ হোৱয় ॥ ৭৬৯

কতেক কহিবো সেহি থানৰ মহিমা।
চাৰি মুখে ব্ৰহ্মা গাই নপাৰন্ত সীমা ॥ ৭৭০
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱে যাহাক নপাৰে।
আন সবে তাক যাইবে সেন্থৰে নপাৰে ॥ ৭৭১
শাস্তাসুক মঞি বিনে আনে নপাৰয়।
ব্ৰহ্মাৰো দুৰ্ল্লভ তাক জানিবা নিশ্চয় ॥ ৭৭২
কালপুৰে থাকা আৰু কাল নাৰায়ণ।
জলত থাকন্ত হৰি কল্পত শয়ন ॥ ৭৭৩
কাল নাৰায়ণ আৰু জল নাৰায়ণ।
দেৱ নাৰায়ণ সমে এহি তিনি জন ॥ ৭৭৪
বৈকুণ্ঠ নাথৰ তিনি বিধ ধৰা তনু।
সৃষ্টি স্থিতি বিনোদ লীলাক কৰে পুনু ॥ ৭৭৫
পুৰুষোত্তমৰ আত নাহি প্ৰয়োজন।
কোনো কালে কোনো বেলা কৰন্ত গমন ॥ ৭৭৬
ভকত সহিতে তৈতে দুই দণ্ডমান।
ৰঙ্গ লীলা কৰিয়া চলয় নিজ থান ॥ ৭৭৭
শাস্তাসু কৃপালু আৰু শ্বেত বৈকুণ্ঠৰ।
শ্বেত কল্পিতৰ জানা শ্বেত পঙ্কজৰ ॥ ৭৭৮
অমৰ বিলাস সমে এহি চয় দেখা।
মুক্ষ ৰত্ন পঙ্কজেৰে সাত খান লেখা ॥ ৭৭৯
বেদ বিমল গণে যাক নজানয়।
ৰত্ন পঙ্কজক মনে ঢুকি নপাৰয় ॥ ৭৮০
একে বেদ শিৰোৰত্ন চূড়ামণি বিনে।
তন্ত্ৰবেদ নিগমে নজানে কেহো আনে ॥ ৭৮১

শ্বেত পদ্ম বৈকুণ্ঠৰ নিশৃক বৰ্ণৰ।
নিগমে তাহাকে বিচাৰয় নিৰন্তৰ॥ ৭৮২
প্ৰবন্ধে ইসবে যাক বিচাৰি নপাই।
তোমাত কহিলো গোপ্য কথাক চিনাই॥ ৭৮৩
আৰু নানা নাম কহোঁ এই বৈকুণ্ঠৰ।
তোমাত কহিলো মঞি আদি যামলৰ॥ ৭৮৪
আক হংস নাৰায়ণে কহিছা ব্ৰহ্মাত।
হংস কাকি অৰ্থ বাক্য কহিলো তোমাত॥ ৭৮৫
এহি মতে ত্ৰেষষ্টি বিংশতি অধ্যায়ৰ।
গৈল কৃথামৃত হৰ গৌৰী সম্বাদৰ॥ ৭৮৬
ঈশ্বৰ নিৰ্ণয় কৈলা বৈকুণ্ঠ কলাৰ।
সমাপতি ভৈল আক জানিবাহা সাৰ॥ ৭৮৭
পুনৰপি পাৰ্ব্বতী পুছন্ত শঙ্কৰত।
পূৰ্ব্বে বলি কলি যুদ্ধ ভৈল কেনমত॥ ৭৮৮
কোন ভঙ্গ কোন জয় ভৈলেক ৰণত।
সাবশেষে কথা মোত কহিয়ো সমস্ত॥ ৭৮৯
বদতি শঙ্কৰ দেৱী শুনিয়ো ভবানী।
বলিক ঢাকিলে কলি সৈন্যে শৰ হানি॥ ৭৯০
খানিতেক মানে ৰাজা থমকি আছিল।
খড়গ ধৰি আথে বেথে হস্তিৰ নামিল॥ ৭৯১
কাটিবে লাগিলে বেগে ধৰি বাম কৰে।
একৈ একৈ ঘায়ে নিয়ে কাটি নিৰন্তৰে॥ ৭৯২
কামকো কাটিয়া কাটিলন্ত ক্ৰোধ বীৰ।
অহঙ্কাৰ বীৰৰ ছেদিলা ঘোড় শিৰ॥ ৭৯৩

হেন দেখি কলিৰ সংশয় বড় ভৈলা।
কাম ক্ৰোধ অহঙ্কাৰ যম ঘৰে গৈলা ॥ ৭৯৪
বড় বড় বীৰৰ কৰিলা কন্ধপাত।
থানিতেকে আমাৰ গাৱত দেই হাত ॥ ৭৯৫
কোন বীৰ গোট আক কহিয়ো বিচাৰি।
যুদ্ধৰে নপাৰি আক কথাৰেসে পাৰি ॥ ৭৯৬
যদি কথা হন্তে মোক কৰয় ছেদন।
তেবে জানো আমাক ৰাখয় কোন জন ॥ ৭৯৭
যত মান বীৰ মোৰ সমৰ কৰিল।
ইটো গোটে তাক কিছু মনে নটলিল ॥ ৭৯৮
ব্ৰহ্মাকো কৰায়া আছো ঝিৰত ভূষিত।
হৰতো লগায়া আছো কাম বিপৰীত ॥ ৭৯৯
আনে সবাহাতে মোৰ সৈন্যে আছে জিনি।
সবে নাশ কৰিলেক ইটো জন কুনি ॥ ৮০০
এতেকতে বলি ৰাজা চাপিলা ওচৰ।
বলিক দেখিয়া তাৰ ভয় গুৰুতৰ ॥ ৮০১
কাটিবাৰ মনে খাণ্ডা উপৰে তুলিব।
ত্ৰাহি ত্ৰাহি বুলি কলি চৰণে পৰিব ॥ ৮০২
পাছে মন জিজ্ঞাসি কৰিব মন থিৰ।
আছয় অনেক কাল দুৰ্জ্জয় কলিৰ ॥ ৮০৩
ইহাক কটিলে নাশ হয় এক যুগ।
কিন্তু আৰ বিনাশ কৰিবো ৰাজ্যভোগ ॥ ৮০৪
এহি শুণি কলিক নকাটি বলিৰাই।
পাত্ৰ পুৰোহিত সমে নিবো যম ঠাই ॥ ৮০৫

লোহাৰ জিঞ্জিৰি দিয়া বন্দী কৰি থৈব।
মনোময় গজ চড়ি পৃথিবী ফুৰিব ॥ ৮০৬
দুৰ্জ্জন গণক মানে কৰিব বিনাশ।
পৃথিবীৰো হৈবে আতি পৰম উল্লাস ॥ ৮০৭
পাতিবেক ৰাজা হৰি বংশি এক জন।
গোত্রে পৌত্রে সমচি কৰিব এক জন ॥ ৮০৮
যজ্ঞ কলা নামে বিপ্র কলাপ গ্রামৰ।
ঈশ্বৰৰ মুখে জাত ষোড়শ বৎসৰ ॥ ৮০৯
ধৰ্ম্ম তনু সৰ্ব্ব কালে যুবত শৰীৰ।
তাহান সমান কেহো নাহি মহাধীৰ ॥ ৮১০
বংশে সমে আছা তেহে আন বিপ্র নাই।
পৰম যোগেন্দ্র বেদ বক্তা শুদ্ধ কাই ॥ ৮১১
যোগ বলে স্রজিবাক পাৰে ত্রিভুবন।
আদি পূৰ্ব্ব তেহো পুৰুষত উতপন্ন ॥ ৮১২
হেন শুনি গোসানী পুছিলা শঙ্কৰত।
কহিয়ো গোসাঞি ইটো কথা কেনমত ॥ ৮১৩
কিবা হেতু পুৰুষে তাহাঙ্ক বিসৰ্জ্জিলা।
তাহান সঙ্গত আৰু কোন জন ভৈলা ॥ ৮১৪
কেন মতে ঈশ্বৰৰ মন চুলকিলা।
কিবা হেতু হেন মত কৰ্ম্ম আছৰিলা ॥ ৮১৫
ইহাক শুনিতে মোৰ পৰম আনন্দ।
পাছে আন কহিবাহা দেব জগবন্দ ॥ ৮১৬
তযু সেৱকিনী মঞি সুধিৰাক পাঞো।
সবে কাৰ্য্য এৰি মঞি তোমাক ধিয়াঞো ॥ ৮১৭

এহি পুছি সতী কৰ ঘুৰিয়া ৰহিলা।
পাছে হাস্য কৰি হৰে বচন বুলিলা॥ ৮১৮
যি কথা পুছিলা ইটো সবাতো গহন।
ইহাক জানন্তা আৰ নাহি আন জন॥ ৮১৯
আজ্জি তোমসাত আক কৰিবো প্ৰকাশ।
আদি অন্ত কথা মঞিও জানোহো নিশেষ॥ ৮২০
আছন্ত পুৰুষোত্তম ব্ৰহ্ম নিৰাময়।
ভকত সহিতে মাত্ৰ প্ৰকাশ কৰয়॥ ৮২১
ইচ্ছা কৰি এক নিত্য পুৰুষ স্ৰজিলা।
নকৰি কটাক্ষ নিৰালম্ব ব্ৰহ্ম ৰৈলা॥ ৮২২
পাছে তাত অনন্তৰে পুৰুষ বেকত।
মন হন্তে মহামায়া জাত পুৰুষত॥ ৮২৩
সৰ্ব্বাঙ্গে সুন্দৰী দেৱী সবাহাৰে আই।
সবে দ্বাৰ আছে তাত যোনি দ্বাৰ নাই॥ ৮২৪
শৰীৰক মহী কৰিলন্ত বিলোপন।
কালি নখে চিৰি দ্বাৰ দিলন্ত তেখন॥ ৮২৫
সেহি মাংস চিটা মাৰি দূৰক ক্ষেপিলা।
জলৰ উপৰে মহা মহী খান ভৈলা॥ ৮২৬
জড় ৰূপি দেৱীক কৰিলা সচেতন।
পাছে পুৰুষত ৰিহা দিতে ভৈলা মন॥ ৮২৭
বজাইলন্ত মুখ হন্তে বেদ বাহুখান।
আৰু জ্যোতিৰ্ব্বেদ খান বিভাগিয়া আন॥ ৮২৮
বাহুৰ বেদৰ নাম শুনা আতপৰে।
শিৰোৰত্ন উপনিষদ বেদ বেদান্তৰ॥ ৮২৯

মধ্যমা পৰমা পশ্যন্তিকা সমে তিনি ।
পৰা সমে এহি চাৰি খান লৈয়ো গণি ॥ ৮৩০
সাম ঋগ যজুৰ অথৰ্ব্ব চাৰি খান ।
তাক যিবা জনে ব্যাখ্যে শুনা তাৰ নাম ॥ ৮৩১
তাত পাছে বেদচন্দ্ৰ নামে দ্বিজবৰ ।
বেদৰ পাছত বাজ ভৈলা তত্ত্ব পৰ ॥ ৮৩২
ললাটত হস্তে বাজ ভৈলা খৰত্তৰ ।
বিষ্ণু শৰ্ম্মা নাম তান থৈলন্ত ঈশ্বৰ ॥ ৮৩৩
পুৰুষত প্ৰকৃতিক বিবাহ দিলন্ত ।
বেদচন্দ্ৰ দ্বিজবৰে টিকা ধৰিলন্ত ॥ ৮৩৪
বিষ্ণু শৰ্ম্মা ক্ষেণ বেলা বিভাগিয়া দিলা ।
পুৰুষ প্ৰকৃতি দুয়ো বিবাহ লভিলা ॥ ৮৩৫
সৃষ্টিৰ কাৰ্য্যক পাছে পুৰুষ ঈশ্বৰ ।
পুৰুষ প্ৰকৃতি দুইকো দিলা নিৰন্তৰ ॥ ৮৩৬
সিবেলাত দ্বিজ দৈবজ্ঞ জাত ভৈলা ।
অজৰ অমৰ ধৰ্ম্ম তনু ধৰি ৰৈলা ॥ ৮৩৭
পাৰ্ব্বতী বদতি প্ৰভূ দেৱ মহেশ্বৰ ।
কহা সৃষ্টি কথা মহামায়া পুৰুষৰ ॥ ৮৩৮
বদতি শঙ্কৰ শুনা পৰ্ব্বত দুহিতা ।
সুদ্ধা মহী খানক কৰিলা সালঙ্কৃতা ॥ ৮৩৯
ভূলোকে থান পাছে দিলা কিন্নৰক ।
ভূবলোকে থৈলামানে গন্ধৰ্ব্ব সবক ॥ ৮৪০
সুৰ লোকে ইন্দ্ৰ আদি ত্ৰিদশ দেৱক ।
অমৃতৰ ভাগ মানে দিলা সমস্তক ॥ ৮৪১

মহ লোকে থৈলন্ত অপৰ দেবগণ।
জন লোকে মহামুনি কৰি নিবন্ধন ॥ ৮৪২
তপলোকে থান দিলা সিদ্ধ সমস্তক।
সত্যলোকে দিলা আমি তিনিয়ো দেৱক ॥ ৮৪৩
তপলোকে হন্তে বাইশ হাজাৰ অন্তৰ।
পৰম শোভন সিটো ব্ৰহ্মাৰ নগৰ ॥ ৮৪৪
ব্ৰহ্মালোক হন্তে দুই অযুত প্ৰমাণ।
সেহিতো কৈলাশ দেৱী আমৰাৰ থান ॥ ৮৪৫
তাহাৰ উৰ্দ্ধত দুই লক্ষৰ উপৰ।
নিৰ্মাণ কৰিলা কৰি বিষ্ণুৰ নগৰ ॥ ৮৪৬
সিটো ৰম্য থান লেখা জোখা নাহিকন্ত।
তাহাৰেসে নাম জানা শাস্ত্ৰমতে বৈকুণ্ঠ ॥ ৮৪৭
পঞ্চবিধ মুক্তি আছে সেহি বৈকুণ্ঠত।
পৰম যতনে দেৱী নিৰ্ম্মিলা পূৰ্ব্বত ॥ ৮৪৮
যদি খসি পৰে কৌটি কৌটি ব্ৰহ্মাগণ।
বৈকুণ্ঠ বাসীৰ জানা নাহিকে পতন ॥ ৮৪৯
সাতো আবৰণৰ কাথৰ মনোহৰ।
নাহিকে পতন জানা সিটো বৈকুণ্ঠৰ ॥ ৮৫০
জ্ঞান কৰ্ম্ম ভক্তি যিটো প্ৰপন্ন হোৱয়।
তেবেসে জানিবা সিটো থানক পাৱয় ॥ ৮৫১
যত দৈত্য দানৱ ভূমীৰ মহাভাৰ।
অৱতাৰ ধৰি হৰি তাৰ চিন্তামাৰ ॥ ৮৫২
সেহি থান পাৱে ধৰি চতুৰ্ভুজ তনু।
হৰিক চিন্তিয়া সুখ লভে পুনু পুনু ॥ ৮৫৩

মহা প্ৰকৃতিয়ো পুৰুষত লয় হয়।
লোকে সমে জানা সিটো থান নভাগয়॥ ৮৫৪
কহিলো তোমাত শাস্ত্ৰাস্থৰ যেন নীতি।
এতেকে তাহাক সাজি আছন্ত প্ৰকৃতি॥ ৮৫৫
ঈশ্বৰ শক্তিয়ে মহামায়াৰ প্ৰেৰণ।
অন্যত্ৰ সাধনে তাক নপাই একোজন॥ ৮৫৬
আৰো চয় বৈকুণ্ঠক ঈশ্বৰে নিৰ্ম্মিলা।
সাতো থান স্বৰ্গ মাত্ৰ প্ৰকৃতি থাপিলা॥ ৮৫৭
সত্য লোক আদি কৰি স্বৰ্গ সাত থান।
গোধিকা স্বৰূপে ধৰি আছা নাৰায়ণ॥ ৮৫৮
উপৰত চাৰি, তলে আছা তিনিখান।
প্ৰলয়ত তিনিখান হৰয় নিৰ্য্যান॥ ৮৫৯
অনন্ত মুখৰ বহ্নি তাহাক দহয়।
গোধিকা স্বৰূপ হৰি উপৰ উঠয়॥ ৮৬০
কহিলো তোমাত মহা প্ৰকৃতিৰ কথা।
আবে পুৰুষৰ শুনা কাৰ্য্যৰ ব্যৱস্থা॥ ৮৬১
শুনা সভাসদ পদ দীপিকা-ছন্দৰ।
কহিলো তোমাত মহা আদি যামলৰ॥ ৮৬২
পৰম ৰহস্য আতপৰে আৰ নাই।
ইহাকে শ্ৰৱণে মোক্ষ বৈকুণ্ঠক পাই॥ ৮৬৩
পুৰাণ ভাৰত আৰু কিছো নোহে সৰি।
আপুনি কহিছা হংস নাৰায়ণ হৰি॥ ৮৬৪
জগতৰ গুৰু হৰে পাৰ্ব্বতীত কৈলা।
বৃহত সহস্ৰ নামে নিবন্ধিয়া থৈলা॥ ৮৬৫

## দুলড়ী

শঙ্কৰ বদতি শুনিয়ো পাৰ্ব্বতী
ঈশ্বৰৰ গোপ্য কথা।
দ্বিজংু দৈবজ্ঞক যাক যিবা দিলা
তাহাৰ শুনা ব্যবস্থা ॥ ৮৬৬
ইতো জ্যোতির্ব্বেদ প্ৰমাণ নিশ্বাস
ঈশ্বৰৰ বাক্য ভৈলা।
দশ দেবতাক মুক্ষ কৰ্ম্ম কৰি
তাহাক গণিবে লৈলা ॥ ৮৬৭
সুক্ষ্ম ৰেণু পলু মুহূৰ্ত্তক আদ
দণ্ড পল নিৰন্তৰ।
গ্ৰহ ৰাশি বাৰ কালৰ প্ৰমাণ
বিভাগি দিলা বৎসৰ ॥ ৮৬৮
চন্দ্ৰ সূৰ্য্য বায়ু বৰুণ কুবেৰ
ব্ৰহ্মা আদি জীৱ চয়।
ব্ৰহ্মাণ্ডে ব্ৰহ্মাণ্ডে গনিয়া থৈলন্ত
যাক যিবা ভাৱে ৰয় ॥ ৮৬৯
পুণ্য অপুণ্যক যাক যেনমতে
কাল চক্ৰ গণনাক।
আয়ু লেখা কৰি ব্ৰহ্মাকো মাৰন্ত
দেখন্ত হৰি তাহাক ॥ ৮৭০

এহি জ্যোতির্ব্বেদ অনন্ত কলাৰ
কৈলা পিতৃ সঙ্কৰ্ষণে।
তেহে বিভাগিয়া আমাক দিলন্ত
লৈলো মঞি ৰঙ্গমনে ॥ ৮৭১
বিষ্ণু শৰ্ম্মা মাত্র ইহাক জানিলা
ঈশ্বৰ দায়া মিলিলা।
সেহিসে কাৰণে তাসম্বাৰ জানা
সূৰ্য্যবিপ্র নাম দিলা ॥ ৮৭২
কহিলোহো জ্যোতি শাস্ত্রৰ নিয়ম
শুনা বেদ বাস্থ খান।
যিবা যাক গাৱে কহো তাক ভাৱে
যাহাক যিবা প্ৰধান ॥ ৮৭৩
মঞি ব্ৰহ্মা বিষ্ণু আদি তিনি জনে
তিনি খান মুক্ষ কৈলা।
শ্যাম ঋগ যজুৰ অথৰ্ব্ব বেদেসে
ত্রিভূবন জুৰি থৈলা ॥ ৮৭৪
কিন্নৰে চাৰণে পুৰা বেদ স্মাৰে
গচ্ছন্তি গাৱে গন্ধৰ্ব্বে।
ৰক্ষাৰ বেদক অহো ৰাত্রে দেখা
গাৱে যত যক্ষ সবে ॥ ৮৭৫
মধ্যমা বেদক সিদ্ধ সবে গাৱে
ভেদাভেদ কৰি মতি।
এহি আঠ খান বেদৰ কাহিনী
শুনিলা দেবি পাৰ্ব্বতী ॥ ৮৭৬

আৰু মহা গোপ্য আছে চতুৰ্ব্বেদ
তাৰ নাম কহো আৰে।
ইন্দ্ৰ আদি দেৱে বেদক গায়ন্ত
শ্বেত বিষ্ণু স্থানে যেবে॥ ৮৭৭
যাহাৰা সকলে বেদান্তক গায়ে
শুনা তাসম্বাৰ বল।
মহা যোগি সবে সনক সনন্দে
ব্ৰহ্মাত ৰমে কেবল॥ ৮৭৮
উপনিশ বেদ ৰখান কৰন্ত
অগস্তি মনুক আদি।
পৰম ৰহস্য ৰত্ন মন্ত্ৰ গায়ে
নাৰদ অশোক আদি॥ ৮৮৯
একাদশ এহি বেদৰ ৰহস্য
ৰত্ন মন্ত্ৰ মহোদয়।
ৰহস্য বেদৰ পৰম গোপ্যনি
আপুনি হৰি নেৰয়॥ ৮৮০
এহি মতে জানা বাহ্ণয় বেদৰ
কহিলো যেহেন নীতি।
ঈশ্বৰ আজ্ঞাত অনন্ত ব্ৰহ্মাণ্ড
ভূষিত কৰি প্ৰকৃতি॥ ৮৮১
এতেকেসে সবে সুৰা সুৰ গণে
মায়া পাশে বন্ধ গৈলা।
ঈশ্বৰ ইচ্ছাত মনুষ্যত মাত্ৰ
কেবল ভকতি বৈলা॥ ৮৮২

মোক দায়াত্তবে সহস্র নামক
দিলা দেব সনাতন।
সেহিতো নামৰ প্ৰভাৱত মোৰ
ভৈল সুপ্ৰসন্ন মন॥ ৮৮৩
চাৰি খানি বেদ ব্ৰহ্মায়ে যপন্ত
এক খানি বিস্মৰিলা।
এতেকে অথৰ্ব্ব ৰেদক জানিবা
বিধাতায়ে এড়ি দিলা॥ ৮৮৪
শুনা সভাসদ হুয়া নিশবদ
কথাৰ লয়ো প্ৰমান।
আদি অন্ত জানা মহেশ ভকত
জগত গুৰু প্ৰধান॥ ৮৮৫
এতেকেসে হৰ আদি মহা ভক্ত
হৰিদাস নিৰাময়।
তাহানেসে ৰীতি সপ্ৰেম ভকতি
জ্ঞান কৰ্ম্ম নাহি কয়॥ ৮৮৬
বদতি পুৰুষো ত্তম হীম মতি
শ্ৰীৰাম দেৱ কিঙ্কৰ।
আৰু এক চিত্তে শ্ৰৱণ কৰিয়া
হৰি বোলা নিৰন্তৰ॥ ৮৮৭



## পদ

পাৰ্ব্বতী বদতি প্ৰভূ দেৱ মহেশ্বৰ।
বলিৰ চৰিত্ৰ কৰো মনুষ্য লোকৰ॥ ৮৮৮
কোন ধৰ্ম্ম পালিলা মহন্ত বলিৰাই।
কাহাক দিলন্ত কোন কৰ্ম্ম কোন ঠাই॥ ৮৮৯
কোনে কত মান দিন বসুধা পালিলা।
কতো দিনমানে বলি ভূমীত আছিলা॥ ৮৯০
পৰম মহন্ত বিৰোচনৰ তনয়।
লোকক কৃপায়ে তেহে কলি নিগ্ৰহয়॥ ৮৯১
তাহান চৰিত্ৰ মোত কয়ো শূলপাণি।
আৰু কোন কৰ্ম্ম কৰিবন্ত মহামানী॥ ৮৯
শঙ্কৰ বদতি দেবি শুনা পাছ কথা।
তোমাৰ আগত কহো বলিৰ ব্যবস্থা॥ ৮৯৩
গদৰ তনয় শ্ৰুতসেন তাৰ নাম।
পৰম মহন্ত যাক নাহিকে উপাম॥ ৮৯৪
তাহান্ক পাতিব ৰাজা সৌমাৰ পৃষ্ঠত।
পালিবা বসুধা জম্বু দ্বিজ মনোগত॥ ৮৯৫
একে ছত্ৰে মহাৰাজা পালিবা তাহাক।
হৈবেক পৰম সুখ যত প্ৰজা জাক॥ ৮৯৬
নাহি কৰভাৰ দণ্ড বন্ধ কিছো ভয়।
অযাচিতে লোক যেন স্বৰ্গত বঞ্চয়॥ ৮৯৭
ধনে ধান্যে সম্পূৰ্ণ হৈবেক লোকচয়।
নাহি চোৰ খাট কিছো মছৰক ভয়॥ ৮৯৮

মহা শুছিমন্ত হৈব তাৰ পাত্ৰগণ ।
আচৰিবে ৰাজা যেন লোকৰ লক্ষণ ॥ ৮৯৯
মুক্ষ মুক্ষ কৰি কিছো লৈবে বলিগণ ।
দেশে দেশে চাহিবে লোকৰ প্ৰবৰ্ত্তন ॥ ৯০০
পাষণ্ডক মাৰিয়া ধৰাইবো পুণ্য পথ ।
পাতিবা তাহাক বলি ধৰ্ম্ম মহাৰথ ॥ ৯০১
দেশে দেশে টেটন ৰাজাক বিনাশিব ।
দুষ্ট পাত্ৰ মন্ত্ৰী কাটি নিসঙ্কি কৰিব ॥ ৯০২
বৌদ্ধ বিপ্ৰ সবক কাটিবে নিৰন্তৰ ।
গুছাইবেক পূজা যত আছয় লোকৰ ॥ ৯০৩
তন্ত্ৰ মন্ত্ৰ পূজা বিধি কৰিবেক নাশ ।
ভকত নামক মাত্ৰ কৰিবা প্ৰকাশ ॥ ৯০৪
ব্ৰহ্মপুত্ৰ তীৰে মনপুৰ নগৰত ।
হৈব মহাৰাজো তাৰ বাঢ়িব সুখ্যাত ॥ ৯০৫
শ্ৰীতনেন ৰাজা হৈব আনন্দ অপাৰ ।
চন্দ্ৰমতী নামে হৈব মহিষী সুসাৰ ॥ ৯০৬
চন্দ্ৰবিপ্ৰ সূৰ্য্যবিপ্ৰ ডাকিয়াক্কো আনিব ।
মহা মনোহৰ যজ্ঞ ঈশ্বৰ জজিব ॥ ৯০৭
পাইবে বহু ধন ৰত্ন কৰিবে প্ৰদান ।
বিপ্ৰ সুধি কৰি বৈষ্ণৱক দিবে দান ॥ ৯০৮
বৌদ্ধ বিপ্ৰ সবৰ ভাঙ্গিব আৰ স্ফূৰ্ত্তি ।
খণ্ডিবেক জড় মূৰ্ত্তি পূজা কুটনটি ॥ ৯০৯
ধৰ্ম্মশীল বৈষ্ণৱ সবক আদৰিব ।
হৰিৰ কীৰ্ত্তনে সবোদিশক পুৰিব ॥ ৯১০

দুখি ভিক্ষি ধনে ধান্যে হৈবেক সম্পুর্ণ ।
হৰি চিন্তা বিনে আন নকৰিবে যত্ন ॥ ৯১১
শ্ৰৱণ কীৰ্ত্তনে হৈবে নাৰায়ণ পৰ ।
সেহি কালে বহুত ভকত হৈবে নৰ ॥ ৯১২
কি কহিবো ভাৰত বৰিষ সৌমাৰৰ ।
সাগৰৰ সীমা কৰি ভকত কৃষ্ণৰ ॥ ৯১৩
সাৰদা নদীৰ তীৰ পৰম শোভন ।
আছন্ত বৈষ্ণব তাতে লোমশ নন্দন ॥ ৯১৪
হৰি সমে একে কলেবৰ হুয়া থাকে ।
একক্ষণ মানে হৰি এড়িয়া নথাকে ॥ ৯১৫
শ্ৰৱণ কীৰ্ত্তনে বশ্য হৰিক কৰিব ।
অনন্তৰে বলিৰাই তাহাঙ্ক আনিব ॥ ৯১৬
হস্তি ৰথে ৰাজা সমে আনিব তাহাক ।
অনেক সাদৰে বুলিবেক প্ৰিয় বাক্য ॥ ৯১৭
তুমি মহাজন আবে চলিবে লাগয় ।
অমৰ লোকক তাৰিবাৰ যোগ্য হয় ॥ ৯১৮
যেবে বোলা মঞিং কেনে তাৰিবো লোকক ।
বহু যত্নে তাৰিবে নপাৰো আপোনাক ॥ ৯১৯
মোৰ পিতৃ মাতৃ ভাতৃ বৈকুণ্ঠে চলিল ।
মোক ইঠাৰতে তাৰাসবে এড়ি গৈল ॥ ৯২০
কৃষ্ণক স্মৰন্তে মোৰ কলি যুগ ভৈলা ।
তথাপি আমাৰ কিছো ভকতি নভৈলা ॥ ৯২১
নজানোহোঁ ধ্যান পূজা শিক্ষাদি মন্ত্ৰক ।
তপ জপ আন কিছো নজানো জ্ঞানক ॥ ৯২২

লোকে সুপূজয় মোক বুলি সেচ্ছাচাৰ।
আপোন জীবিকা মাত্ৰ ধৰিছো আকাৰ॥ ৯২৩
মাধৱেসে পোষে মোক আনে নিদিৱয়।
ভিক্ষা মাগি আনি হৰি আমাক পোষয়॥ ৯২৪
যেতিক্ষণে যেহিলাগে মাতো নাম ধৰি।
আথ বেথ কৰি মোক আনি দেন্ত হৰি॥ ৯২৫
হেন মত ভাৱে তিনিযুগ বহি গৈল।
তথাপিতো মোৰ দেহা বৃদ্ধতা নভৈল॥ ৯২৬
কিশোৰ বৰিষ যেন দাড়ি গোম্ফ নাই।
কৃষ্ণৰ চিন্তায়ে মোৰ দিন বহি যাই॥ ৯২৭
আন বাক্য নাহি মোৰ ৰাধা কৃষ্ণ বিনে।
সন্নিতন্তে থাকে মোৰ তাৰা দুইজনে॥ ৯২৮
পুত্ৰ দুখ পাৱে বুলি পিতৃ মাতৃ দুই।
স্বলগ্নে থাকয় যেন একথান হুই॥ ৯২৯
যাদৱৰ সঙ্গে মোৰ যাদৱ আচাৰ।
যজ্ঞ সূত্ৰ গায়ত্ৰি নাহি আমাসাৰ॥ ৯৩০
হেনয় গোটক মোক কেনে নিবে চাস।
মোৰ আজ্ঞা নকৰি সকলে হুইবে নাশ॥ ৯৩১
এহিমান কথাত আছন্ত সেই ঠাই।
দেখি বলি ৰাজাৰ লোতক বহি যাই॥ ৯৩২
মহা প্ৰেম গ্ৰাসে আসি ধৰিলা মনত।
আথ বেথ কৰি বলি পৰিলা পাৱত॥ ৯৩৩
আশ্বাসি সাবটি তাক তুলি ধৰিলন্ত।
মুখত চুম্বন দিয়া প্ৰেম কৰিলন্ত॥ ৯৩৪

আসিয়োক দেব ৰাজ্ঞ জগত উদ্ধাৰ ।
সবে লোক হৌক মোহ সাগৰৰ পাৰ ॥ ৯৩৫
বদতি মহন্ত সনন্দন মহাশয় ।
ৰাধা মাধৱক ডাকি বিদায় কৰয় ॥ ৯৩৬
তাৰা সবে বোলে তুমি চলিয়ো এখন ।
মহন্ত লোকত তাৰা কোন প্ৰয়োজন ॥ ৯৩৭
তুমি সম ভকত নাহিকে ত্ৰিভূবনে ।
বলি হব বৈষ্ণব হৈবেক আন কোনে ॥ ৯৩৮
মহা অনুগ্ৰহে থৈয়া আছা পাতালত ।
সকলে লোকৰ চিন্তি কুশল মনত ॥ ৯৩৯
মহন্তে ধৰয় দেহ পৰ উপকাৰ ।
তাৰিলন্ত দৈত্য দানৱক নিৰন্তৰ ॥ ৯৪০
তাহান দ্বাৰত মঞি থাকো গদা ধৰি ।
সব বশ্য কৰি মোক ৰাখিছা সাদৰি ॥ ৯৪১
তুমি যৈকে যাহা আমি তহিকে চলিবো ।
তোমাৰ সঙ্গক আমি কমনে এৰিবো ॥ ৯৪২
ভকতৰ বশ্য মঞি প্ৰসিদ্ধ বেদত ।
তুমি হেন ভকতক এৰিবো কিমত ॥ ৯৪৩
ৰাধা সমে তোৰ দুই মোৰ কলেবৰ ।
এক তিলো নোহো আৰ তোমাৰ অন্তৰ ॥ ৯৪৪
তোমাৰা সবক দৰশনে শ্ৰুতি মাত্ৰ ।
সৰ্ব্ব সিদ্ধি হুয়া নব মুকুতিৰ পাত্ৰ ॥ ৯৪৫
বিৰোচন সুত বলি আতি মহাজন ।
অশোক নন্দন তুমি ভকত গহন ॥ ৯৪৬

পাৰ্ব্বতী বদতি আতি আশ্চৰ্য্য মানিয়া।
স্বামীত পুছন্ত কথা সচকিত হুয়া ॥ ৯৪৭
হেনতো মহন্ত ভকতৰ কথাচয় ।
কোন কানে কৈত দেখা শুনা নাহিকয় ॥ ৯৪৮
ৰাধা মাধৱক বশ্য কৰিল কিমত।
তাহান সমান কোন আছয় ভকত ॥ ৯৪৯
মহেশে বোলন্ত তান কি কৈবো ভকতি।
তিনিলোক তৰিবাক আছয় শকতি ॥ ৯৫০
তাঙ্ক নিয়া পিম্পালিকা তীৰ্থত থাপিবা।
শ্ৰৱণ কীৰ্ত্তন নাম ভক্তি দান দিবা ॥ ৯৫১
যজ্ঞ বহু বিপ্ৰে যজ্ঞ কৰিবা বহুত।
ধনে ৰত্নে জগত ভৰিবে অদভুত ॥ ৯৫২
শ্ৰুতসেন ৰাজা হৈবেক ধৰণী মণ্ডলে ।
ধৰ্ম্মৰাজা হৈবেক সাৰদানন্দ বলে ॥ ৯৫৩
তাৰা দুইহন্তক থৈবা পাছে বলিৰাই।
সুতল পুৰত সুখে ৰহিলন্ত যাই ॥ ৯৫৪
এহিমতে সহস্ৰ বৎসৰ ধৰণীত।
তান বংশে ৰাখিবেক ৰাজ ধৰ্ম্ম ছত্ৰ ॥ ৯৫৫
সাৰদা নন্দেয়ো লোক বিস্তৰ তাৰিব।
একান্ত ভকতি কৰি বৈকুণ্ঠক পাইব ॥ ৯৫৬
নাহি পূজা মন্ত্ৰ তন্ত্ৰ হৰি নাম বিনে ।
সত্যৰ ব্যৱস্থা সবে কৰিবেক দিনে ॥ ৯৫৭
হাজাৰ বৎসৰ যেবে লোক নিৰন্তৰ।
হৈবেক বৈকুণ্ঠে থিতি সাৰদা নন্দৰ ॥ ৯৫৮

বলিক কাতৰ পাছে কৰিবন্ত কলি।
পুনৰপি আপোন থানক আসি চলি ॥ ৯৫৯
সকলে ধৰণী তাৰ গুণতে মণ্ডিত।
বৌদ্ধ বিপ্ৰ সমে উঠি বাহিৰে তথাত ॥ ৯৬০
হেলন কৰিব সবে যত বৈষ্ণবক।
হৈবেক দুৰ্জ্জনকলি পীড়ি মহন্তক ॥ ৯৬১
খণ্ড খণ্ড কৰিবেক ধৰণী মণ্ডল।
দুষ্ট ৰাজা খল মন্ত্ৰি হৈবেক সকল ॥ ৯৬২
দুৰ্জ্জন কলিৰ বৃদ্ধি হৈবে অতিশয়।
বৌদ্ধ বিপ্ৰ সবে হৈবে পাষণ্ডৰ নয় ॥ ৯৬৩
কৰ্ম্মত চাণ্ডাল ম্লেচ্ছ দানক ঘোণিব।
বৈষ্ণৱক অন্যায় কৰিয়া বিতৰ্কিব ॥ ৯৬৪
নহৈব নৈৰাশ হৰি ভক্ত লোকচয়।
মহাপাপে তল যাইবে নাপাইবে নিৰয় ॥ ৯৬৫
বৌদ্ধ বিপ্ৰ দুষ্ট কলি দুষ্ট ৰাজা গণ।
খল মন্ত্ৰী সমে চাৰি কৰিয়া যতন ॥ ৯৬৬
লোকৰ মাংসক চিণ্ডি খাইবেক নিশ্চয়।
প্ৰজাৰ দুখৰ কথা কি কৈবে লাগয় ॥ ৯৬৭
যেবে কলি পামৰে লোকক নাশ কৰে।
কল্কি নামে অৱতাৰ হৈবেক ঈশ্বৰে ॥ ৯৬৮
কাটি চিণ্ডি লণ্ড ভণ্ড কৰি দুষ্ট গণ।
মনোময় গজ চড়ি কৰিবে গমন ॥ ৯'৯
পাছে কিছো কিছো মান সত্য ব্যবস্থিব।
সত্যযুগ সত্যধৰ্ম্ম পাছে থিতি হৈব ॥ ৯৭০

কহিলো পাৰ্ব্বতী এহি যুগৰ লক্ষণ ।
চাৰিয়ো যুগত শ্ৰেষ্ঠ শ্ৰৱণ কীৰ্ত্তন ॥ ৯৭১
হৰিনাম লৈয়া যেন গতিক সাধয় ।
আন তপ জপ যজ্ঞ তাঙ্ক নপাৱয় ॥ ৯৭২
তুমিয়ো আমাত যাতে লৈলাহা শৰণ ।
এতেকে চিনাইলো কৃষ্ণ দেৱ সনাতন ॥ ৯৭৩
তুমি হৰি দাসি ভৈলা মঞি ভৈলো দাস ।
আমি দুই চিণ্ডিলোহো সংসাৰৰ পাশ ॥ ৯৭৪
মহা পুৰুষৰ কাৰ্য্য এহিতো নিছয় ।
সপ্ৰেম ভকতি বিনে তাঙ্ক নাপাৱয় ॥ ৯৭৫
চাণ্ডালো কৰয় যদি কেৱল ভকতি ।
পাতিবে যজ্ঞৰ পাত্ৰ বেদৰ যুগুতি ॥ ৯৭৬
এতেকে কহিয়া হৰে প্ৰেমাকুল ভৈলা ।
কৃষ্ণৰ চৰণ চিন্তি মৌন হুয়া ৰৈলা ॥ ৯৭৭
শুনা সভাসদ পদ দীপিকা-ছন্দৰ ।
গৌৰীৰ আগত কহি আছন্ত শঙ্কৰ ॥ ৯৭৮
হংস নাৰায়ণ কহিলন্ত বিৰিঞ্চিত ।
কলিত ৰহিয়া আছে যি সব নিশ্চিত ॥ ৯৭৯
বিপ্ৰ বৌদ্ধ কলি পাপ সাগৰৰ তল ।
নাৰায়ণে ব্ৰহ্মা আগে কহিলা সকল ॥ ৯৮০
আদি জামলত হংস কাকি সংহিতাত ।
তাহাক চাহিয়া পদ নিবন্ধিলো আত ॥ ৯৮১
জানি বুদ্ধ জনে মোক নিন্দা নুবুলিবা ।
তিনিয়ো শাস্ত্ৰক ভেবে বিছাৰি চাহিবা ॥ ৯৮২

যেবে ইতো কথা নাই তেবে নিন্দা কৰা।
হঠাতে নিন্দিলে শূকৰৰ জন্ম ধৰা ॥ ৯৮৩
তিনিতো মিশ্রিত কৰি হ্রস্ব দীৰ্ঘ ছন্দে।
গুৰু আজ্ঞা শিৰে ধৰি লিখিলো প্রবন্ধে ॥ ৯৮৪
অগাধ সাগৰ ইতো শাস্ত্র তিনিখান।
মুক্ষ মুক্ষ বাচি তাৰ আনি কিছুমান ॥ ৯৮৫
তাক বিৰোচিলো যেন কলা অনুসৰি।
চৌৰাশী কলাৰ কিছু সাৰক উদ্ধাৰি ॥ ৯৮৬
সবে কলা কহিবে ব্রহ্মাৰ সাধ্য নাই।
আমি কৈত লাগো ক্ষুদ্র পতঙ্গ পৰাই ॥ ৯৮৭
তথাপিতো গুৰু আজ্ঞা পলিবাৰ ডৰে।
ৰচিলো পয়াৰ যেন মতি অনুসাৰে ॥ ৯৮৮
নমানাহা যদি অল্পজন বাক্য বুলি।
নোহে সুবুলিবা আক কহিলো সমুলি ॥ ৯৮৯

---

## দুলড়ী

নমো নমো ৰাম তুমি পূৰ্ণ কাম
যিতো সনাতন হৰি।
ভাব হৰিবাৰ হেতু পূৰ্ণানন্দ
কৌশল্যাত অৱতৰি ॥ ৯৯০
ৰাৱণ বধিলা সীতা উদ্ধাৰিলা
কৰিলা যশ বিস্তাৰ।
হেনয় ৰামৰ চৰণ পঙ্কজে
নিমজোক মন মোৰ ৯৯১

যিতো ৰঘুনাথ ভকতৰ অৰ্থে
বালিক কৰি বিঘাট ।
হেন শ্ৰীৰামৰ অৰুণ চৰণে
কৰো লক্ষ প্ৰণিপাত ॥ ৯৯২
ভকত কৃপালু পুৰুষ বিশাল
তাস্ত পৰে নাহি কের ।
হেন সীতাপতি চৰণত পৰি
কৰো লক্ষ কোটী সের ॥ ৯৯৩
চাৰি ৰূপ ধৰি শ্ৰীৰাম লক্ষণ
ভৰতাই শত্ৰুঘন ।
হেনয় ৰামৰ পদে মজি ৰৌক
আমাৰ বালেক মন ॥ ৯৯৪
তাহান বংশত জন্ম ভৈলো হেন
কৰো মনে আৰ্শ্বম ।
কাতৰ কৰিয়া শৰণ পাশিলো
পামৰ পুৰুষোত্তম ॥ ৯৯৫
জ্ঞান সাধুজন ক্ষেমি মোৰ দোষ
কৃপা কৰিয়োক মনে ।
ইতো পদ আৰে সমাপতি কৰি
ৰাম বোলা ঘনে ঘনে ॥ ৯৯৬

---



# ধলৰসত্ৰ পুথি ভঁৰাল

## ধৰ্ম্ম সম্বন্ধীয় আৰু বিবিধ সাহিত্য প্ৰকাশক
## ধলৰ সত্ৰ ( যোৰহাট )

আমাৰ নিজা প্ৰকাশিত বাবে এই বিলাক কিতাপ আমাৰ ওচৰতেইহে আটাইতকৈ সস্তাত পাব।

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ৰচিত—
১। কীৰ্ত্তন পুথি
২। কীৰ্ত্তন ঘোষা
৩। দশম পুথি (জন্ম খণ্ড)
৪। বলি ছলন
৫। গুপ্ত সাৰ
৬। নিমি নৱ সিদ্ধ সম্বাদ
৭। অনাদি পাতন
৮। হৰিচন্দ্ৰ উপাখ্যান
৯। স্যমন্ত হৰণ
১০। বৰগীত

শ্ৰীশ্ৰীমাধৱদেৱৰ ৰচিত—
১১। ঘোষা
১২। ৰত্নাৱলী

অজ্ঞাত কবিৰ ৰচিত—
১৩। গুপ্তমণি
১৪। কালিকা পুৰাণ
১৫। বাধা হৰণ

ৰাম সৰস্বতী ৰচিত—
১৬। লক্ষ্মী চৰিত্ৰ
১৭। ভীম চৰিত্ৰ

লক্ষীপতিৰ ৰচিত—
১৮। অৰ্জ্জুন সংবাদ

শ্ৰীধৰ কন্দলী ৰচিত—
১৯। কাণখোৱা

কবি নাৰায়ণৰ ৰচিত—
২০। সত্ৰাজিতা চৰিত্ৰ

গঙ্গাপতি দাসৰ ৰচিত—
২১। সীতা বনবাস

পুৰুষোত্তমৰ ৰচিত—
২২। বুঢ়াভাষ্য-টিকাভাষ্য

গজপতি পুৰুষোত্তমৰ ৰচিত—
২৩। দ্বীপিকা চন্দ

সুকবি শেখৰ ৰচিত—
২৪। বৈবৰ্ত্ত পুৰাণ

সনাতন দাসৰ ৰচিত—
২৫। জন্ম নিৰ্ণয়

ৰামানন্দৰ ৰচিত—
২৬। সাধুসঙ্গ নিৰ্ণয়

পূৰ্ণানন্দৰ ৰচিত—
২৭। গোপালদেৱৰ চৰিত্ৰ

দ্বিজ শুভনাথৰ ৰচিত—
২৮। ধৰ্ম্ম সংবাদ

সাৰ্ব্বভৌম্য ভট্টাচাৰ্য্যৰ ৰচিত—
২৯। পদ্ম পুৰাণ

চন্দ্ৰ ভাৰতীৰ ৰচিত—
৩০। কুমৰ হৰণ

শ্ৰীশ্ৰীযুক্ত তীৰ্থনাথ গোস্বামীৰ ৰচিত—
৩১। নাম ধৰ্ম্ম
৩২। ভক্তি তত্ত্ব দৰ্পণ
৩৩। বৈষ্ণৱ মালা
৩৪। বৈষ্ণৱ নিত্যকৃত্য
৩৫। বৈষ্ণৱ কীৰ্ত্তন

কিতাপ পোৱাৰ ঠিকনা—

**ধলৰ সত্ৰ পুথি ভঁৰাল**

**পোঃ ধলৰ সত্ৰ, যোৰহাট।**